**সূৰ্যকুমাৰ ভূঞা**
**(Surya Kumar Bhuyan)**
A biographical writing on Dr Surya Kumar Bhuyan (1894-1964)
by Sri Prabin Gogoi published by the author
in collaboration with Katha Readers' Forum, in 2010
Sri Prabin Gogoi Naharkatia, Mob 98543-54520
Email prabingogoi@gmail com



**Price : Rs. 200.00**

মোৰ আজীৱন সহযোগী
শ্ৰীমতী গুণৰ হাতত—

# সূচীপত্ৰ

# লেখকৰ নিবেদন

যিসকল সৰ্বশ্ৰেষ্ঠ অসম সন্তানে অসম ৰাজ্যৰ উন্নতিৰ হকে প্ৰাণপণ চেষ্টা কৰিছিল, নিজৰ গভীৰ অধ্যৱসায়, নিষ্ঠা আৰু ঐকান্তিকতাৰে অসমৰ শিক্ষা, সাহিত্য, সংস্কৃতিৰ জগতখন সুন্দৰ-সবল-সুঠাম কৰি তোলাত ব্যক্তিগতভাৱে নিজ স্বাৰ্থৰ বহু উৰ্দ্ধত থাকি বৰঙণি যোগাইছিল, দেশৰ বুৰঞ্জীত নিজ মনস্বিতা গুণেৰে ভাস্কৰ হৈ উজলি উঠিছিল সেইসকলৰ ভিতৰৰে অন্যতম ড° সূৰ্য্যকুমাৰ ভূঞা। এনে এগৰাকী ব্যক্তিৰ জীৱন-চৰিত আমি অসমীয়াই জনাটো নিতান্ত প্ৰয়োজন বুলি ভাবি, বিশেষকৈ আজিৰ নতুন প্ৰজন্মই থাওকতে পাব পৰাকৈ এই জীৱন-চৰিত লিখি উলিয়ালোঁ। জানো, পণ্ডিত তথা প্ৰখ্যাত ব্যক্তিৰ জীৱন-চৰিত লিখাটো সিমান সহজ কাম নহয়। ইয়াৰ কাৰণে যিমানখিনি অধ্যয়ন, ধৈৰ্য, চেষ্টা আৰু অধ্যৱসায়ৰ প্ৰয়োজন সেয়া আমাৰ অভাৱ। তথাপি নিজৰ অক্ষমতাক বিনম্ৰতাৰে স্বীকাৰ কৰি লৈ ক'ব বিচাৰোঁ যে ছাত্ৰজীৱনৰেপৰা আজিলৈকে ড° সূৰ্য্যকুমাৰ ভূঞাৰ প্ৰকাশিত প্ৰায়বিলাক গ্ৰন্থ পঢ়াৰ উপৰি তেওঁৰ জীৱনকালৰ কৰ্মৰাজিক আমি নিৰ্মোহ নিৰপেক্ষ দৃষ্টিৰে এদিন অনুধাৱন কৰিছিলো। তাৰেই আলমত আমি এই জীৱনীগ্ৰন্থ অংকন কৰাৰ প্ৰয়াস কৰিলোঁ। তাতে ইতিমধ্যে প্ৰকাশিত পুৰণি আলোচনী আৰু অন্য গ্ৰন্থৰ পাতৰপৰা আমাৰ মনত লগা আৰু নিজে প্ৰয়োজনীয় বুলি ভবা বিভিন্ন কথা আৰু কাহিনী সন্নিৱিষ্ট কৰি গ্ৰন্থখনিক তথ্যভিত্তিকভাৱে সুন্দৰ কৰি তোলাৰ প্ৰয়াস কৰিছোঁ। সেই বুলি জ্ঞাতে-অতিৰঞ্জন অথবা সত্যৰ অপলাপ কৰা নাই। বৰঞ্চ তেওঁক জানিবৰ বাবে তেওঁ প্ৰদান কৰা অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ আৰু বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণ আদিৰপৰাও তথ্য সংগ্ৰহ কৰিছোঁ। এই সকলোবিলাকৰ নামোল্লেখ প্ৰসংগত কৰি গৈছোঁ। ড° ভূঞাৰ কনিষ্ঠ গুণৱান পুত্ৰ শ্ৰদ্ধেয় বিজয় ভূঞাই ড° ভূঞাই এৰি যোৱা কৰ্মৰাজিৰ স্বাক্ষৰ স্বৰূপ পুথিভঁৰালকে লৈ অনেক খা-খবৰ আৰু ফটো আদি এৰি দি যথেষ্ট সহায় কৰিছে। আমাৰ দৰে অক্ষম ব্যক্তিয়ে হয়তো সকলোখিনি গ্ৰহণ কৰিব

নোৱাৰিলেও সামান্যভাৱে ড° ভূঞাৰ সম্পদৰাজিৰ চমুকৈ যথাযথ মূল্যায়ন কৰাৰ প্ৰয়াস কৰিছোঁ। তথাপি ইয়াৰ মাজতো ক'ৰবাত যদি অজানিতে কিবা ভুল-ভ্ৰান্তি ৰৈ গৈছে সুধীজনে শুধৰাই দিলে কৃতাৰ্থ হ'ম।

অস্বীকাৰ নকৰোঁ, জীৱন-চৰিত ৰচনাৰ বাবে ইয়াৰ পদ্ধতিগত যি নিয়ম আছে তাক মানি চলিব পৰা নাই। তাৰ বাবেও পাঠকবৰ্গৰ ওচৰত ক্ষমা প্ৰাৰ্থী হৈ ৰ'লোঁ।

এইখিনিতে ড° সূৰ্য্যকুমাৰ ভূঞাৰ বাঙালী ছাত্ৰ সন্মিলনৰ সংক্ষিপ্ত তথা সম্পাদিত সভাপতিৰ ভাষণখন ওচৰ চপাই দিয়াৰ বাবে নকছাৰী মহাবিদ্যালয়ৰ অধ্যয়নশীল প্ৰবক্তা-লেখক শ্ৰীকুমুদ ঘোষলৈ আমাৰ আন্তৰিক মৰম আৰু শুভেচ্ছা যাচিলোঁ।

ড° ভূঞাৰ সুযোগ্য সন্তান বিজয়কুমাৰ ভূঞাই আত্মীয়তাৰে ভূঞাদেৱৰ সমস্ত এৰি থৈ যোৱা আৰু ঘৰতে সংগৃহীত হৈ থকা গ্ৰন্থৰাজি প্ৰদৰ্শন কৰাৰ লগতে বহুতো প্ৰয়োজনীয় টোকা আৰু ফটো সংগ্ৰহ কৰি লোৱাত যি উদাৰতা দেখুৱালে, তাৰ বাবে তেখেতৰ ওচৰত কৃতজ্ঞ হৈ ৰ'লোঁ। সকলো ফটো গ্ৰন্থৰ বাবে উপযোগী কৰি দিয়াৰ বাবে ভাগিনী শ্ৰীমতী সুৰ্নিকা (চুম্পু) গগৈলৈ থাকিল মোৰ হিয়াভৰা মৰম আৰু আশীৰ্বাদ।

পুনৰ কৈছোঁ— ২০০৪ চনতে লিখি অসম্পূৰ্ণ হিচাপে সামৰি থোৱা এই গ্ৰন্থখনিৰ পাণ্ডুলিপি আমাৰ বৰপুত্ৰ শ্ৰীমান মানৱেন্দ্ৰ গগৈয়ে উলিয়াই আনি প্ৰেছ কপি কৰি সজাই-পৰাই পোহৰলৈ অনাৰ প্ৰচেষ্টা হাতত ল'লে। তাৰ বাবে তেওঁলৈ শলাগ জনাইছোঁ।

**প্ৰবীণ গগৈ**

# সূৰ্য্যকুমাৰ ভূঞা

## জন্ম-মৃত্যুৰ জীৱনপৰিক্ৰমাত বজ্ৰতৃষাৰ মানুহজন

ইতিহাসবিদ ড° সূৰ্য্যকুমাৰ ভূঞা অসমৰ এটি চিৰপৰিচিত নাম। কেৱল ইতিহাসবিদেই নহয়, তেওঁ আছিল এগৰাকী শিক্ষাবিদ, সফল জীৱনীকাৰ, একাধাৰে কবি, গল্পকাৰ, প্ৰবন্ধকাৰ আৰু সমালোচক। বহুমুখী প্ৰতিভাসম্পন্ন এইগৰাকী বুৰঞ্জীবিদেই পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈৰ পিছতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদৰ আসন শুৱনি কৰিছিল। প্ৰকৃততে সেই সময়ৰ ভাৰতবৰ্ষৰ অন্যতম আগশাৰীৰ এই উচ্চ শিক্ষানুষ্ঠানৰ মহাৰ্ঘ আসনত ড° ভূঞাৰ দৰে অতীৱ যোগ্য ব্যক্তি সমাসীন হৈছিল। সেয়া আছিল ১৯৫৭ চনৰপৰা ১৯৬০ চনলৈ তিনি বছৰ কাল। ইয়াৰ আগতে তেওঁ আছিল অসমৰ শিক্ষাধিকাৰ। উল্লেখ্য যে সেই সময়ত শিক্ষাধিকাৰৰ পদ গোটেই অসমত এটাই আছিল। সুদীৰ্ঘ জীৱনপৰিক্ৰমাত ভূঞাদেৱে অসমৰ শিক্ষা আৰু সাহিত্য-ভঁৰাললৈ অনবদ্য অৱদান আগবঢ়ায় থৈ গৈছে। কটন মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে কৰ্মজীৱন আৰম্ভ কৰা এইগৰাকী বুৰঞ্জীবিদৰ বিষয়ে আমি অসমীয়াই জনাটো অতীৱ প্ৰয়োজন।

সময় বালিত খোজ থৈ যোৱা আপোন কীৰ্তিৰ মহিমাৰে মহিমামণ্ডিত যিসকল কৰ্মযোগী মহান ব্যক্তিৰ অক্লান্ত শ্ৰম আৰু এহাশুধীয়া প্ৰচেষ্টাত আধুনিক বুৰঞ্জীকে লৈ অসমীয়া ভাষা-সাহিত্যৰ ফুলনি ফলে ফুলে জাতিষ্কাৰ হৈ উঠিল, সেইসকল মহান আৰু কীৰ্তিমান সাধকৰ ভিতৰত অন্যতম সৰ্বজন শ্ৰদ্ধেয় ড° সূৰ্য্যকুমাৰ ভূঞাৰ জন্ম হৈছিল ইং ১৩ জানুৱাৰী ১৮৯৪ চনত নগাঁৱৰ ফৌজদাৰীপট্টিত। তেওঁৰ পিতৃৰ নাম আছিল ৰবিলাল ভূঞা আৰু মাতৃৰ নাম আছিল ভুৱনেশ্বৰী ভূঞা। তেওঁ নগাঁও অসমীয়া স্কুলৰপৰা আহি নগাঁও চৰকাৰী হাইস্কুল, শ্বিলং চৰকাৰী হাইস্কুলত শিক্ষা লাভ কৰি ১৯০৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসম উপত্যকাত প্ৰথম হৈ এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিছত ১৯১১ চনত কটন কলেজৰপৰা আই-এ, ইংৰাজীত অনাৰ্ছ(মেজৰ)সহ ১৯১৩ চনত প্ৰেছিডেন্সী কলেজৰপৰা বি-এ, ১৯১৬ চনত ইংৰাজীত এম-এ, ১৯২৪ চনত বি-এল লণ্ডন স্কুল অব অৰিয়েণ্টেল ষ্টাডিজ ১৯৩৬,

লণ্ডন বিশ্ববিদ্যালয়ৰপৰা পিএইছ-ডি ১৯৩৮ আৰু ডি-লিট ১৯৫১ চনত তেওঁ লাভ কৰে। ড° ভূঞাৰ গৱেষণাগ্ৰন্থ **Anglo Assamese Relations** প্ৰকাশ হয় ১৯৪৯ চনত।

ড° সূৰ্য্যকুমাৰ ভূঞাই আনুষ্ঠানিক শিক্ষা সমাপ্ত কৰি ১৯১৭ চনত বিয়া কৰায় আৰু ১৯১৮ চনত কটন কলেজত ইংৰাজী বিষয়ৰ অধ্যাপক হিচাপে যোগদান কৰে। সেই সময়ত তেৱেঁই আছিল প্ৰথম অসমীয়া অধ্যাপক। কটন কলেজত অধ্যাপক হিচাপে তেওঁ প্ৰায় ত্ৰিছ বছৰ কাল (১৯১৮-১৯৪৮) অধ্যাপনা কৰিছিল। বিভিন্ন বিভাগৰ বিভিন্ন পদত কাৰ্যনিৰ্বাহ কৰা তেওঁৰ কৰ্মজীৱনৰ তালিকাখন আছিল বৰ দীঘলীয়া। ১৯৪০-৪১ আৰু ১৯৪৭ চনত অসম চৰকাৰৰ বিশ্ববিদ্যালয়ৰ 'স্পেচিয়েল অফিচাৰ' আৰু সমগ্ৰ অসম উপত্যকাৰ 'ইন্সপেক্টৰ অব স্কুলছ' (১৯৪১-৪২) হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰি তেওঁ কটন কলেজৰ অধ্যক্ষ হৈছিল ১৯৪৬-৪৭ চনত। ব্ৰিটিছৰ দিনতে প্ৰথম অসমীয়া হিচাপে এই দায়িত্ব গ্ৰহণ কৰিবলৈ পোৱাটো তেওঁৰ নিজৰ অসীম দক্ষতাৰে পৰিচায়ক আৰু আমাৰ বাবে গৌৰৱৰ বিষয়।

অধ্যৱসায় মানৱজীৱনৰ এটা বৰ ডাঙৰ গুণ। ছাত্ৰ-জীৱনতে ইয়াক আয়ত্ত কৰিব পাৰিলে ই জীৱন গঢ়াত সহায়ক হয়। সন্দেহ নাই, ই জীৱনক মহত্ত্ব দান কৰিব পাৰে। লক্ষ্য আৰু উদ্দেশ্য আগত ৰাখি আদৰ্শৰ জোৰ বাতি লৈ আগবাঢ়িব পাৰিলে অধ্যৱসায়ী জীৱনে সঠিক ৰূপত সুন্দৰভাৱে গঢ় লয়। ড° সূৰ্য্যকুমাৰ ভূঞা এনে জীৱন প্ৰাপ্তিৰ এক জীৱন্ত নিদৰ্শন। অসীম ধৈৰ্য আৰু কষ্টৰ মাজেদি ইতিহাস সৃষ্টি কৰা এই মানুহজন এদিন নিজেই ইতিহাস হৈ গ'ল— সেই কথা কোনে নাজানে।

কৰ্মজীৱনৰ মাজতে বি-এল ডিগ্ৰী লাভ কৰা ড° ভূঞা অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অবৈতনিক সহকাৰী সঞ্চালক (১৯২৮-৩৩), অবৈতনিক সঞ্চালক (১৯৩৩-৪৭, ১৯৪৯) আৰু 'ডাইৰেক্টৰ' (১৯৪৭-৫৭) হৈছিল। উল্লেখযোগ্য যে তেওঁৰ প্ৰচেষ্টা আৰু ঐকান্তিকতাৰ ফলতেই গুৱাহাটীত স্থাপন হৈছিল বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ। ব্ৰিটিছ চৰকাৰৰ দিনতে প্ৰতিষ্ঠা লাভ কৰা এই অনুষ্ঠান দুটাৰ সমুদায় কৃতিত্ব ড° সূৰ্য্যকুমাৰ ভূঞাৰ। সেই সময়তে তেওঁ বহুতো হাতেলিখা বুৰঞ্জী উদ্ধাৰ কৰি তাৰ সংৰক্ষণৰ ব্যৱস্থা কৰে। কেইবাখনো পুৰণি বুৰঞ্জী সম্পাদনা কৰাৰ উপৰি ব্যক্তিগতভাৱে বুৰঞ্জী ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে ড° ভূঞাই।

তেওঁ আছিল অসমৰ প্ৰথম শিক্ষাধিকাৰ (১৯৪৮-৪৯), Director of Public Instruction। ড° ভূঞাই সুদীৰ্ঘ কৰ্মময় জীৱনত এৰি থৈ যোৱা তেওঁৰ অধ্যয়ন আৰু কৰ্মৰ প্ৰতি থকা নিষ্ঠা, একাগ্ৰতা, ধৈৰ্য, অধ্যৱসায় আৰু সাধুবাদ আজিৰ প্ৰজন্ম তথা কৰ্মত আগ্ৰহী সৎ বিষয়া-কৰ্মচাৰীৰ বাবে অৱশ্যে প্ৰেৰণাৰ উৎস হ'ব পাৰে।

সামাজিক জীৱনৰ দায়বদ্ধতা মানি লৈ ড° ভূঞাই গুৱাহাটী পৌৰসভাৰ মনোনীত সদস্য পদ (১৯৫২-৫৪) গ্ৰহণ কৰিছিল। নিষ্ঠা আৰু আন্তৰিকতাৰে নিৰলসভাৱে কৰি যোৱা কৰ্মৰ মাজেদি তেওঁ দেশ আৰু জাতিৰ সেৱা কৰাৰ লগতে এক বিৰল আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল। এই আদৰ্শ ত্যাগৰ আদৰ্শ। এই আদৰ্শ মানৱসেৱাৰ আদৰ্শ। অপৰাজেয় মনুষ্যত্বৰ আদৰ্শ।

'পুৰুষৰ পৌৰুষত্ব নিষ্ফল নহয়' —এই কথাষাৰ তেওঁৰ জীৱনতে খাটে। এই বাবেই নিজৰ কৰ্মত কোনো দিন এলাহ নকৰা অসম বুৰঞ্জীৰ গৱেষক ড° সূৰ্য্যকুমাৰ ভূঞা অসম আৰু অসমীয়াৰ বাবে এক অবিস্মৰণীয় পুৰুষ হৈ ৰ'ল।

ড° সূৰ্য্যকুমাৰ ভূঞা আধুনিক ইতিহাসচৰ্চাৰ ক্ষেত্ৰত অন্যতম বাটকটীয়া। একে পথৰে যাত্ৰী অন্য গৰাকী বুৰঞ্জীবিদ বেণুধৰ শৰ্মাও আছিল আধুনিক অসমীয়া ইতিহাস অধ্যয়নৰ বাটকটীয়া। এই যাত্ৰাত তেওঁলোক দুজনাৰ নিষ্ঠা আৰু আন্তৰিকতাৰ তুলনা নাই। দুয়োজনেই ইতিহাসচৰ্চাৰ এক কণ্টকময় পথ বাছি লৈছিল। দুয়োজনেই ইতিহাসৰ অতল সমুদ্ৰত অৱগাহন কৰি বিৰল স্বাক্ষৰ ৰাখি থৈ গৈছে। বৰ্ণনাবহুল সেই অধ্যায়ৰ কথা থাওকতে ক'ব নোৱাৰি। প্ৰসংগতঃ মাথোঁ চিনাকি বাটৰ অমূল্য ৰত্ন বুলি ভাবি উল্লেখ কৰা হ'ল।

ড° ভূঞাই আনন্দৰাম বৰুৱাৰ দৰে এগৰাকী পণ্ডিত তথা কৰ্মবীৰৰ জীৱনচৰিত লিখি এক মহৎ কাম সাধিত কৰি থৈ গ'ল। এই জীৱনচৰিত ৰচনা কৰোঁতে তেওঁ অশেষ কষ্ট স্বীকাৰ কৰিব লগা হৈছিল। কাৰণ, সেই সময়ত আনন্দৰাম বৰুৱাৰ বিষয়ে সকলো কথা বিস্তৃতভাৱে জনা মানুহ অতি কম আছিল বা নাছিল বুলিয়েই ক'ব পাৰি। অথচ এই গৰাকী ব্যক্তিৰ সুখ্যাতি ইতিমধ্যে সমগ্ৰ ভাৰত আৰু ইউৰোপৰ শিক্ষাকেন্দ্ৰত ব্যাপ্ত বুলি আমি জানো। তথাপি বহুজন স্বনামধন্য ব্যক্তি বিশেষক লগ ধৰি সুধি-সুধি এই জীৱনীগ্ৰন্থ তেওঁ ৰচনা কৰিছিল। এই মহা মূল্যবান জীৱনস্মৃতি গাঁথিবৰ বাবে আহিলা-সম্বল আদি গোটাবলৈ তেওঁ স্বৰ্গীয় ছাৰ গুৰুদাস বন্দ্যোপাধ্যায়ৰপৰা আৰম্ভ কৰি আনন্দৰাম বৰুৱাৰ আজীৱন বন্ধু বংগৰ দাতাকৰ্ণ স্বৰ্গীয় ছাৰ তাৰকানাথ বন্দ্যোপাধ্যায়, বৰুৱাৰ বাল্যকালৰ শিক্ষাগুৰু সৰ্বশাস্ত্ৰ বিশাৰদ পণ্ডিত আশী বছৰীয়া স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামীলৈকে বহুজন গুণী-জ্ঞানী ব্যক্তি বিশেষক লগ কৰিছিল। কেৱল সেয়াই নহয়; চিঠি-পত্ৰ আদান-প্ৰদানৰ যোগেদি একালত অসমত বহু দিন ডেপুটী কমিছনাৰ হৈ থকা অৱসৰপ্ৰাপ্ত চিভিলিয়ান— কেমব্ৰিজ আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ বাংলা আৰু অসমীয়া ভাষাৰ অধ্যাপক মিঃ জে.ডি. এণ্ডাৰছনৰ সহায়ত কেমব্ৰিজৰ মিঃ চেচিল বেণ্ডেলৰ আনন্দৰাম বৰুৱাৰ বিষয়ে লিখা প্ৰবন্ধও সংগ্ৰহ কৰিছিল। অৱসৰপ্ৰাপ্ত এক্‌জিকিউটিভ ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰা ডাঙৰীয়াৰপৰাও এই সম্পৰ্কত পৰ্যাপ্ত সহায়, তথ্য আদায় কৰিছিল। এই বিষয়ে ড° ভূঞাই জীৱনচৰিতখনত সন্নিবিষ্ট 'গ্ৰন্থকাৰৰ নিবেদন'ত বিনয়েৰে বিস্তাৰিতভাৱে উল্লেখ কৰিছে। ড° ভূঞাৰ এনে অকপট স্বীকাৰোক্তিয়ে জীৱনীপ্ৰণেতাৰ চাৰিত্ৰিক বৈশিষ্ট্যকে প্ৰকাশ কৰিছে।

প্ৰণিধানযোগ্য যে আজীৱন শিক্ষাব্ৰতী আৰু সাহিত্যসেৱী ড° সূৰ্যকুমাৰ ভূঞাই সংস্কৃত ভাষা-সাহিত্যতো ব্যুৎপত্তি লাভ কৰিছিল। তেওঁ নিজৰ দায়িত্ব পালনত কেতিয়াও এলাহ কৰা নাছিল। অসীম ধৈৰ্যৰে নিয়াৰিকৈ যিকোনো কাম সম্পাদন কৰাৰ বাবেই বিভিন্ন সময়ত তেওঁৰ ওপৰত ৰাজহুৱা দায়িত্ব অৰ্পণ কৰা হৈছিল। আনন্দৰাম বৰুৱাই অসমীয়াৰ ভৱিতব্যতা দেখুৱাই থৈ যোৱাৰ দৰে ড° ভূঞায়ো একক সাধনাৰে আমাৰ জাতীয় জীৱনৰ উৎকৰ্ষ সাধনৰ কাৰণে অভূতপূৰ্ব অৰিহণা দি থৈ গ'ল। সেই কথা আজিৰ সময়ে স্বীকাৰ কৰিবই লাগিব।

ওঠৰশ শতিকাৰ শেষ দশকত জন্ম লাভ কৰা ড° ভূঞাই সৰুৰেপৰাই বুৰঞ্জী অধ্যয়নৰ

সমান্তৰালভাৱে জীৱনীসাহিত্যৰ প্ৰতি আগ্ৰহান্বিত হৈছিল। তাৰ ফল স্বৰূপে আমি পালোঁ **আনন্দৰাম বৰুৱা, গোলাপকৃষ্ণ গোখলেকে** আদি কৰি কেইবাখনো জীৱনীগ্ৰন্থ। এয়া তেওঁৰ জাতিৰ প্ৰতি থকা দায়বদ্ধতা তথা দেশপ্ৰেমৰ সুন্দৰ চানেকি। উল্লেখযোগ্য যে বহু সমলেৰে পূৰ্ণ অনবদ্য গদ্যৰীতিৰ জীৱনচৰিত **আনন্দৰাম বৰুৱা** জীৱনীসাহিত্যৰ এখন প্ৰামাণ্য দলিল তথা অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ।

বুৰঞ্জীবিদ ড° সূৰ্য্যকুমাৰ ভূঞাৰ জীৱনৰ মূল চালিকা শক্তিয়েই আছিল দেশপ্ৰেম আৰু সাহিত্যপ্ৰেম। সেইবাবেই বুৰঞ্জীৰ কৃচ্ছ্ৰসাধনাত ব্ৰতী হ'লেও কৰ্মজীৱনৰ ব্যস্ততাৰ মাজতে তেওঁ অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছিল। ইতিহাসৰ প্ৰতি গভীৰ টান থাকিলেও তেওঁ প্ৰকৃততে এগৰাকী কবি আছিল। তেওঁৰ **নিৰ্মালী** (১৯১৮) নামৰ কাব্যপুথিত এনে সাধনাৰ পৰিচয় ফুটি উঠিছে। তেওঁৰ যৌৱনপ্ৰাপ্ত সময়ছোৱাত ৰোমান্টিক ভাবধাৰাৰে প্লাৱিত জীৱনবীক্ষাৰ জলধিত অৱগাহন কৰিলে এই কথা উপলব্ধি হয় যে কবিতা আৰু বুৰঞ্জী এই দুই ধাৰাই তেওঁক গভীৰভাৱে আৰু সমান্তৰালভাৱে আকৰ্ষণ কৰিছিল। এই সম্পৰ্কত প্ৰখ্যাত কবি বীৰেশ্বৰ বৰুৱাই তেওঁৰ 'সূৰ্য্যকুমাৰ ভূঞাৰ কবিতাৰ বিকাশ আৰু ব্যাপ্তি' (**সূত্ৰধাৰ**, ১৬-৩১ আগষ্ট, ১৯৯৩) নামৰ 'আলোকপাত'ত এনেকৈ উল্লেখ কৰিছেঃ "ভূঞাৰ জীৱনলৈ চকু দিলে দেখা যায় যে, কবিতা আৰু বুৰঞ্জী এই দুই ধাৰাই সমান্তৰালভাৱে তেওঁক আকৰ্ষণ কৰিছিল। তেওঁৰ প্ৰথম উল্লেখযোগ্য প্ৰকাশ আছিল 'আহোমৰ দিন' —এখন বুৰঞ্জীমূলক ৰচনা। কিন্তু প্ৰকৃতপক্ষে তেওঁ কবি। তেওঁৰ বুৰঞ্জী-সাধনা দেশপ্ৰেমৰ বাবে জীৱন উছৰ্গাৰ বহিৰ্প্ৰকাশ মাথোন। ভূঞাৰ অন্তৰৰ নিভৃতৰ তুলাচনীত কবিতাই ওজনভাৰী, এই কথাত সন্দেহ নাই। যেনে—

কিন্তু হায় কবিতাৰ তান
আজিলৈ শুনো ৰিণি-ৰিণি
বৃন্দাবন যমুনাত বোৱা
কাণুৱাৰ যেন বংশীধ্বনি।"

এই কথা স্বীকাৰ্য যে— "সূৰ্য্যকুমাৰ ভূঞা আছিল হাড়ে হিমজুৱে কবি। সেইবাবে কবিতাৰ বাহিৰে অন্য কোনো দিশৰ সাৰ্থকতাত তৃপ্ত হোৱাটো তেওঁৰ পক্ষে সম্ভৱ নাছিল।" (বী.ব.)

ড° সূৰ্য্যকুমাৰ ভূঞাৰ সাহিত্যিক অৱদানৰ কথা ক'বলৈ গৈ সাহিত্যিক-সমালোচক উপেন্দ্ৰনাথ শৰ্মাই কৈছে, "ড° সূৰ্য্যকুমাৰ ভূঞা অসমীয়া নৱন্যাস যুগৰ এটি উজ্জ্বল নক্ষত্ৰ।" (**ডেউকা**, দ্বাদশ সংখ্যা) তেওঁৰ কাব্যগ্ৰন্থ 'নিৰ্মালি'কে ধৰি 'আপোন সুৰ'ৰ দৰে কবিতাই অসমীয়া কাব্য-সাহিত্যৰ যে সৌষ্ঠৱ বৃদ্ধি কৰিছে তাত সন্দেহ নাই।

"এই যে ৰচিলোঁ গান সকলো মিছাই
বীণাত আপোন সুৰ বাজি উঠা নাই"

অথবা,

"জীৱন সংগীতময় সৃষ্টি বিতোপন,

অমৃতৰ ৰহঘৰা, সুৱলা শাসন।
কবিৰ ধাউতি, —ধৰা সৌন্দৰ্যৰ থল,
তাত যেন ফুলি উঠে প্ৰেম শতদল।"

—বুলি কোৱা কবিজনাৰ কবিতা সম্পৰ্কে উপেন্দ্ৰনাথ শৰ্মাই পুনৰ কৈছে, "ভাবৰ সংহত আন্দোলন, ৰূপকৰ যথোপযুক্ত প্ৰয়োগ, চিত্ৰকল্পৰ মনোৰম সংযুক্তি আৰু ধ্বনি সমাৱেশৰ বাবে, ভূঞাৰ 'সন্ধিয়া' কবিতাটোৱে অসমীয়া সাহিত্যত বিশেষ স্থান লাভ কৰি থকাটো সুনিশ্চিত।

কোন তুমি আইদেউ মুকলি চুলিৰে
ৰইছা আঁউজি থিৰ আকাশৰ গাত?" (ডেউকা, দ্বাদশ সংখ্যা)

ড° সূৰ্য্যকুমাৰ ভূঞাৰ এখন গল্পৰ পুথি প্ৰকাশ হৈ ওলাইছিল ১৯২৭ চনতে। ইয়াত 'মাণিক বৰা', 'শিলা নহয় ফুল', 'আমিনা', 'তেতিয়া আৰু এতিয়া', 'বিজুলী' আদি পাঁচটি গল্প সন্নিৱিষ্ট হৈছে। এই গল্পবিলাকত আধুনিক সামাজিক জীৱনৰ চিত্ৰ প্ৰতিফলিত হৈছে। মানৰ দিনত হোৱা ভয়াৱহ দৃশ্যপটৰ আগত প্ৰতিফলিত হৈছে মাণিক বৰাৰ নিষ্কলুষ চৰিত্ৰৰ ৰূপ। উজলি উঠিছে বৰুণা, আমিনা, বিজুলী, ৰামৰতন আদি আমাৰ পুৰণি চিনাকি মানুহবিলাক। অৱশ্যে এই গল্প-সংকলনে ড° ভূঞাক সফল গল্পকাৰ হিচাপে প্ৰতিষ্ঠা কৰাব নোৱাৰিলে। তথাপি বুৰঞ্জীবিদ হিচাপে পৰিচিত 'অসমৰ সৰ্বশ্ৰেষ্ঠ অসম-বুৰঞ্জী জ্ঞান-সম্পন্ন' ড° সূৰ্য্যকুমাৰ ভূঞাৰ সাহিত্যিক অৱদানক কোনোপধ্যেই অস্বীকাৰ কৰা নাযায়।

কল্পনাতীত। ভাবিলে আচৰিত যেন লাগে। ছাত্ৰ আছিল 'লজিক' আৰু 'কেমিষ্ট্ৰী'ৰ। ছাত্ৰ আছিল 'ইংৰাজী' আৰু 'অৰ্থনীতি'ৰ। কিন্তু সপোন দেখিছিল বুৰঞ্জীচৰ্চাৰ। ইতিহাস খেদাৰ। জ্যোতিৰ্বিদে দূৰ-দূৰান্তৰৰ আকাশৰ তৰালৈ দৃষ্টি নিক্ষেপ কৰাৰ দৰে ছাত্ৰজীৱনত বুৰঞ্জী নপঢ়াকৈয়ে বুৰঞ্জীচৰ্চাক জীৱনৰ মূলমন্ত্ৰ হিচাপে গ্ৰহণ কৰি ইতিহাসৰ পম খেদিছিল ড° সূৰ্য্যকুমাৰ ভূঞাই। স্বপ্ন বাস্তৱত পৰিণত হৈছিল। এণ্ট্ৰেন্স মহলাতে যি জনাৰ বুৰঞ্জী অধ্যয়নৰ সমাপ্তি ঘটিছিল, পৰৱৰ্তী জীৱনত সেইজনাই বুৰঞ্জীচৰ্চাক জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল আৰু এই ক্ষেত্ৰত আশাতীতভাৱে সফল হৈছিল।

বাল্যকালৰপৰাই এক সুস্থ পৰিৱেশৰ মাজত জীৱন যাপন কৰা ড° ভূঞাই সকলো কাম নিষ্ঠা আৰু আন্তৰিকতাৰে যে কৰিছিল তাক দোহৰাৰ প্ৰয়োজন নাই।

১৯৬০ চনৰ কথা। ইতিমধ্যে গুৱাহাটী বিশ্ববিদ্যালয়ক ৰাজনীতিৰ কু-চক্ৰান্ত আৰু সাম্প্ৰদায়িকতাৰ বিষবাষ্পই স্পৰ্শ কৰিছে বুলি গুজব ওলাইছে। ব্যক্তিগতভাৱে বিদ্যায়তনিক জীৱনত আৰু সাহিত্য তথা ইতিহাসচৰ্চাৰ দুৰ্গম পথত সফলতা অৰ্জন কৰা 'সোণৰ ৰূপৰ কলচী' যেন ড° সূৰ্য্যকুমাৰ ভূঞাৰ দৰে এগৰাকী বিৰল প্ৰতিভাধৰ ব্যক্তিকো উল্লেখিত পৰিৱেশৰ বতাহে চুই যোৱাৰ কথা, তেওঁৰ প্ৰতি প্ৰদৰ্শন কৰা মুষ্টিমেয় এচাম মানুহৰ ঈৰ্ষা অথবা ৰাজনৈতিক স্বাৰ্থপূৰণৰ কথা কোনো-কোনোৱে ক'ব বিচাৰে। আনহে নালাগে তেওঁ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদৰপৰা স্বেচ্ছাই পদত্যাগ কৰা বুলিও কোৱা হয়। কিন্তু এইবিলাকৰ তথ্যভিত্তিক কোনো প্ৰমাণ

আমি বিচাৰি পোৱা নাই। বৰঞ্চ Bound Up Volume containing papers of Dr. S.K. Bhuyan relating to the establishment of Gauhati University in January 1948 নামৰ নিজস্ব **Bound up Volume**-ত লিখা আছে এই কথা ঃ "As for me, I served as a member of the Executive Council, the Court, and of the Selection Committee since the begining of Gauhati University. I became its Vice-Chancellor on the 23rd February 1957, from which office I retired at the end of my three years' term in 1960. The Court of the University at their meetıng held on the 23rd January 1960 recorded "its deep appreciation of the services rendered by Dr. S.K. Bhuyan as Vice-Chancellor of the Gauhati University, during his tenure of office from 1957 to 1960". A prominent member of the Court spoke at the meeting in appreciation of my services. He kindly referred to me "as a distinguished educationist. He was a man of integrity, and he served the University these three years with ability and success."

My direct association with the University thus came to an end and from the 23rd February 1960. I am now a distant spectator of its activities, and an ardent seeker of its progress and welfare.

S.K. Bhuyan,
Tuesday, August 10, 1963

বহুতো গুণী-জ্ঞানী পণ্ডিতৰ সমাৱেশত উজলি উঠা গুৱাহাটী বিশ্ববিদ্যালয় এখন সৰ্বাংগ সুন্দৰ উচ্চ শিক্ষাৰ অনুষ্ঠান। ৰাজনীতিবিদ, সমাজবাদী নেতা স্বৰ্গীয় নিবাৰণ বৰাৰ ভাষাত ঃ "১৯৫০ চনতেই লণ্ডন, ব্ৰিষ্টনকে ধৰি ১২ খন মান বিশ্বৰ লেখত ল'বলগীয়া বিশ্ববিদ্যালয়ে গুৱাহাটী বিশ্ববিদ্যালয়ক স্বীকৃতি প্ৰদান কৰিছিল। ...স্বৰ্গীয় লোকপ্ৰিয় বৰদলৈৰ মানস-সন্তান, ড° ৰাধাকৃষ্ণণৰৰ অভিভাৱকত্ব আৰু পণ্ডিত পুৰুষ সন্দিকৈ ডাঙৰীয়াৰ মনোযোগৰ অধ্যৱসায়ৰ ফল" গুৱাহাটী বিশ্ববিদ্যালয়। (লুকিং বেক, নিবাৰণ বৰা।) এনে এখন বিশ্ববিদ্যালয়ত নিষ্ঠা আৰু সততাৰে খোজ পেলাই থৈ যাব পৰাটো কেৱল ড° ভূঞাৰ বাবেই কেৱল গৌৰৱৰ বিষয় নহয়— আমাৰ জাতিটোৰ বাবেও গৌৰৱৰ বিষয়।

'কামৰূপ অনুসন্ধান সমিতি'ৰ জন্ম হৈছিল ১৯১২ খ্ৰীঃত। ভূঞা ডাঙৰীয়া এই অনুষ্ঠানৰো কাৰ্যনিৰ্বাহক সদস্য আছিল। তাত তেওঁ সম্পাদক ৰূপেও সেৱা আগবঢ়াইছিল। তেওঁ Indian History Congressৰ জন্মলগ্নৰ লগতো জড়িত আছিল। জড়িত আছিল বিভিন্ন শিক্ষামূলক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত। গুৱাহাটী পৌৰসভাৰ মনোনীত সদস্যকে লৈ 'ৰয়েল এছিয়াটিক ছ'চাইটি অব বেংগল', 'ৰয়েল এছিয়াটিক ছ'চাইটি অব গ্ৰেট ব্ৰিটেইন এণ্ড আয়াৰলেণ্ড' আদি

অনুষ্ঠানৰো সদস্য আছিল ড° ভূঞা। অসমৰ এইগৰাকী সুযোগ্য সন্তানে ১৯৫২ চনত গোৱালিয়ৰত অনুষ্ঠিত হোৱা ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ আধুনিক বুৰঞ্জী শাখাৰ সভাপতিৰ আসনত উপৱিষ্ট হৈছিল। জীৱনপৰিক্ৰমাৰ সফলতা-বিফলতাৰ খতিয়ান মেলিলে দেখা যায়— ছাত্ৰজীৱনতে ১৯২৮ আৰু ১৯২৯ চনত দুবাৰকৈ Cotton College Magazineৰ সম্পাদক হৈ ব্যক্তিগত জীৱনৰ সফলতাৰ ইতিহাস আৰম্ভ কৰিছিল ড° ভূঞাই, যি অন্ত হোৱা নাছিল মৃত্যুপৰ্যন্ত।

স্মৰ্তব্য যে ১৯৫২ চনত ড° ভূঞা ৰাজ্যসভালৈ নিৰ্বাচিত হৈছিল। ৰাজনীতিৰ সৈতে জড়িত নাথাকিলেও সেই সময়ৰ কংগ্ৰেছ চৰকাৰে তেওঁৰ যোগ্যতাৰ প্ৰতি সন্মান জনাইছিল। ১৯৫২ চনৰ ১৩ মে'ৰপৰা ১৯৫৪ চনৰ ১ এপ্ৰিললৈকে ৰাজ্যসভাত প্ৰতিনিধিত্ব কৰি অসমৰ সমস্যাৰাজিৰ লগতে সমগ্ৰ দেশৰ বৃহত্তৰ স্বাৰ্থৰ হকে বিভিন্ন প্ৰশ্ন উত্থাপন কৰিছিল ড° ভূঞাই ৰাজ্যসভাত। তেওঁ তেওঁৰ বক্তব্যত গান্ধীবাদী আদৰ্শৰ কথা কওঁতে নৱ-প্ৰজন্মৰ ভৱিষ্যতৰ বিষয়ে উল্লেখ কৰিছিল। তেওঁ অসমৰ ৰে'লপথ, পাণ্ডুত দলং নিৰ্মাণৰ কথা, বিদ্যালয়সমূহত N C.C. পাঠ্যক্ৰম প্ৰৱৰ্তনৰ গুৰুত্বৰ বিষয়ে ৰাজ্যসভাত উত্থাপন কৰিছিল।

ড° সূৰ্য্যকুমাৰ ভূঞা অসম সাহিত্য সভাৰ শ্বিলং অধিৱেশনৰ (১৯৫৩) সভাপতি আৰু একে অনুষ্ঠানৰ বুৰঞ্জী শাখাৰ সভাপতি (ধুবুৰী, ১৯২৮) আছিল। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ বহুমূলীয়া তথ্যৰে ভৰপূৰ ড° ভূঞাৰ এক অনবদ্য অৱদান। এইবিলাকৰ উপৰি তেওঁ অনেক প্ৰবন্ধ, বিভিন্ন ধৰণৰ আলোচনা আদি লিখি থৈ যোৱাৰ লগতে বহুতো পুথি, বুৰঞ্জী আদি সম্পাদনা কৰি থৈ গৈছে।

ড° সূৰ্য্যকুমাৰ ভূঞা ব্ৰিটিছ চৰকাৰৰ দিনত ৰায়বাহাদুৰ উপাধিৰে (১৯৩৬) বিভূষিত হৈছিল। স্বাধীন ভাৰতৰ চৰকাৰে তেওঁক পদ্মশ্ৰী উপাধিৰে (১৯৫৬) সন্মানিত কৰিছিল।

এক বৰ্ণময় জীৱনগাথাৰ গৰাকী মৃত্যুঞ্জয়ী মহৎ ব্যক্তি ড° সূৰ্য্যকুমাৰ ভূঞাৰ বিষয়ে বিনা দ্বিধাই ক'ব পাৰি যে তেওঁ প্ৰকৃতাৰ্থত এগৰাকী উৎসৰ্গীকৃত ইতিহাসবিদ আছিল। বুৰঞ্জীৰ পম খেদোতে অথবা বুৰঞ্জীৰ লেছেৰি বুটলিবলৈ যাওঁতে তেওঁ যথেষ্ট কষ্ট স্বীকাৰ কৰিব লগা হৈছিল। আকৌ আনহাতে, কাৰোৰে সৈতে তুলনা নকৰাকৈ ক'ব পাৰি তেওঁ এজন সফল জীৱনীকাৰ। ক'ব পাৰি এজন কবি-সাহিত্যিক। তেওঁৰ জীৱনৰ গভীৰ অধ্যয়ন আৰু অধ্যৱসায়ৰ পৰিচয় তেওঁৰ এখন-দুখন পুথি পঢ়িলেই পোৱা নাযাব। তেওঁৰ অসমীয়া, ইংৰাজী সকলো লেখাৰ মাজত ই বিলীন হৈ আছে। তেওঁৰ বুৰঞ্জীচৰ্চাৰ গভীৰ অন্তৰ্দৃষ্টি আৰু ত্যাৰ সীমাবদ্ধতাক স্বীকাৰ কৰি লৈও আমি ক'ব পাৰোঁ যে আজিৰ ইতিহাস অথবা বুৰঞ্জী ৰচনাৰ ক্ষেত্ৰত তেওঁৰ উপলব্ধি আৰু সিদ্ধান্তসমূহ অৱশ্যে এক পথ নিৰ্দেশনা হ'ব পাৰে। ইতিহাসৰ পুনৰ মূল্যায়ন কৰিবলৈ যাওঁতে আজি আমি হয়তো ড° ভূঞাৰ বুৰঞ্জী ৰচনাৰ দৃষ্টিভংগীৰ সীমাবদ্ধতাক সমালোচনা কৰিব লাগিব। কিন্তু সেয়ে হ'লেও ছাৰ এডৱাৰ্ড গেইটৰদ্বাৰা প্ৰভাৱান্বিত তথা তেওঁৰ মন্ত্ৰশিষ্য, সাম্ৰাজ্যবাদী ইতিহাস ৰচনাৰ সৈতে জড়িত ড° ভূঞাই আধুনিক অসমীয়া বুৰঞ্জী-সাহিত্য ৰচনাৰ পথ সুগম কৰি থৈ গ'ল।

আমি জানো যে ছাৰ এডৱাৰ্ড গেইটেই চৰকাৰী পৃষ্ঠপোষকতাত প্ৰথম অসমৰ বুৰঞ্জী (**History of Assam, 1906**) প্ৰণয়ন কৰে। পূৰ্বতে আৰু আজিও এই গ্ৰন্থ বুৰঞ্জী ৰচনাৰ এক প্ৰামাণ্য দলিল। এই বুৰঞ্জীখন যে ঔপনিৱেশিক দৃষ্টিভংগীসম্পন্ন তাক অস্বীকাৰ কৰা নাযায়। তথাপি এই গ্ৰন্থখনকে মৌলিক সমল হিচাপে গ্ৰহণ কৰি বহুতো গৱেষক-পণ্ডিতে বুৰঞ্জী প্ৰণয়ন কৰিছে। মধ্য যুগৰ ইতিহাস সম্পৰ্কে বিভিন্ন প্ৰবন্ধকে ধৰি গ্ৰন্থাদি প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ড° ভূএগ্ৰাৰ অৱদানেই আটাইতকৈ বেছি।

আজিৰপৰা প্ৰায় পঞ্চাছ বছৰৰ আগতেই ড° ভূএগ্ৰাই অসমত বুৰঞ্জীচৰ্চাৰ গুৰুত্ব তথা প্ৰয়োজনীয়তা উপলব্ধি কৰি অসম সাহিত্য সভাই অনুষ্ঠিত কৰা বুৰঞ্জী অধিৱেশনৰ সভাপতিৰ অভিভাষণত (ধুবুৰী, ১৬ অক্টোবৰ ,১৯৬০) কৈছিল ঃ "ভাৰতৰ অন্যান্য জাতিয়ে অতীতৰ লিপিবদ্ধ বুৰঞ্জীৰ কাৰণে হা-হুতাহ কৰি মৰিছে, কিন্তু আমি অসমীয়াই সেই কাৰণে অসভ্য, আধা সভ্য আৰু কিম্বদন্তীৰ ওপৰত জাতীয় গৌৰৱৰ মহামন্দিৰ প্ৰতিষ্ঠা কৰিবলগীয়া হোৱা নাই। অসমীয়া বীৰপুৰুষ, বীৰাংগনা, ধৰ্মবীৰ, কৰ্মবীৰ সকলৰ কাহিনীৰে অসমৰ অতীত প্লাৱিত হৈ আছে। তেওঁলোকৰ আদৰ্শৰপৰা যুগ-যুগান্তৰ অসমীয়া জাতিয়ে সঞ্জীৱনী মন্ত্ৰ গ্ৰহণ কৰিব আৰু তেওঁলোকৰ মহৎ কাৰ্যাৱলীৰ ফালে সকলো অসমীয়াই একেলগে দৃষ্টিপাত কৰি ঐক্যতানৰ মন্ত্ৰেৰে একত্ৰীভূত হ'ব পাৰিব।

বুৰঞ্জী কি, বুৰঞ্জীৰ প্ৰয়োজনীয়তা কি, বিষয়লৈ অসমীয়া সমাজক ন-কৈ কোনো কথা কোৱাৰ আৱশ্যক নকৰে। বৰ্তমান যুগৰ সভ্য জগতৰ চাৰিওফালে চকু মেলি চাওক। অতীতৰ ৰহস্য ভেদ কৰা কাৰ্যত সাত সমুদ্ৰৰ মাণিক আৰু সাত ৰজাৰ ধন ব্যয় কৰা হৈছে। বুৰঞ্জীৰ অন্তৰ্গত এটি সত্য ঘটনাৰ কাৰণে বুৰঞ্জীৰ গৱেষকসকলে অপৰিমেয় পৰিশ্ৰম কৰিছে। বুৰঞ্জী অধ্যাপনাৰ কাৰণে প্ৰত্যেক শিক্ষাকেন্দ্ৰতে উপযুক্ত শিক্ষকৰ ব্যৱস্থা কৰা হৈছে। কাৰণ সভ্য জগতে আজি বুজিব পাৰিছে যে অতীত অভিজ্ঞতাৰ সম্বল নহ'লে কোনো জাতিৰ ভৱিষ্যত প্ৰতিষ্ঠা কৰিব নোৱাৰি। ইংলণ্ডৰ সুপ্ৰসিদ্ধ ইতিহাসবিদ দাৰ্শনিক Frederic Harrison-ৰ ভাষাৰে ক'বলৈ গ'লে, "All our hopes of the future depend on a sound understanding of the past." (অতীতৰ নিৰ্ভৰযোগ্য বুজাপৰাৰ ওপৰতে আমাৰ ভৱিষ্যতৰ সকলো আশা-ভৰসা নিৰ্ভৰ কৰে।) তেওঁ আৰু কৈছে, "সভ্য জগতৰ আগত অসমৰ অতীত গৌৰৱৰ চিনাকি দিবলৈ অসমত বুৰঞ্জীচৰ্চা কৰা প্ৰধান আৱশ্যক। তেনেহ'লেহে আমাক সকলোৱে সন্মানৰ চকুৰে চাব আৰু আমাৰ নিজৰ মাজতো আত্মবিশ্বাসৰ ভেটি বন্ধোৱা হ'ব। যি দেশত মহাপ্ৰাণ কৰ্মী পুৰুষসকলে জন্মগ্ৰহণ কৰিছে, সেই দেশত সেই ধৰণৰ মহাপ্ৰাণ কৰ্মী পুৰুষসকলৰ পুনৰ আৱিৰ্ভাৱ হ'ব পাৰে, এয়ে বুৰঞ্জীৰ বাণী।" —কিন্তু পৰিতাপৰ কথা, আমাৰ অসমৰ জাতীয় চৰকাৰ তথা চৰকাৰৰ শিক্ষাবিভাগে বিগত সময়ছোৱাত বুৰঞ্জীশিক্ষা আৰু বুৰঞ্জীচৰ্চাৰ ওপৰত গুৰুত্ব কমাই দিলে। আমাৰ দেশৰ শিক্ষিত লোকসকলেও ইয়াৰ প্ৰতি আওকাণ কৰিলে। ফলত আজিৰ প্ৰজন্মই তাহানিৰ দৰে বিদ্যালয়সমূহত বুৰঞ্জীৰ প্ৰাথমিক জ্ঞানকণো লাভ কৰাৰপৰা বঞ্চিত হ'ল।

ড° ভূঞাৰ অভিভাষণ প্ৰামাণ্য তথ্য-পাতিৰে ভৰুণ এখন অধ্যয়নসমৃদ্ধ ইতিহাসৰ দলিল। ইয়াত তেওঁৰ মগজুৰ ভিতৰত লুকাই থকা চিন্তাৰ স্বকীয়তা উপলব্ধি কৰা যায়। বংগদেশৰপৰা ব্ৰাহ্মণ পণ্ডিত আনি নিজ ৰাজ্যত মাটি-ভেটি দি স্থাপন কৰা, ৰাজসভাত পণ্ডিতসকলৰ সততে সমাবেশ ঘটোৱা মহাৰাজ নৰনাৰায়ণৰ ৰাজচ'ৰাক তেওঁ এটি 'সৰু-সুৰা বিশ্ববিদ্যালয়' বুলি কৈছে। বুৰঞ্জীবিভাগত আমাৰ কৰিবলগীয়া কামবিলাকৰ আভাস দিয়াৰ লগতে তেওঁ এটা গুৰুত্বপূৰ্ণ কথা ইয়াত উল্লেখ কৰিছেঃ "আমাৰ অসমীয়াৰ গৌৰৱৰ সৰ্বপ্ৰধান বস্তু কি— যিকেইটা বস্তুৰ অধিকাৰী সূত্ৰত অসমীয়াৰ মাজত ঐক্যভাব জাগ্ৰত হয়, এই দুই বস্তু হৈছে, প্ৰথম কামাখ্যাৰ মহামন্দিৰ, যাৰ কাৰণে অসম-কামৰূপৰ নাম ভাৰতত দিগ-দিগন্তত প্ৰচাৰিত হৈছে, যাৰ কাৰণে সন্ত-মহন্ত ধৰ্মপ্ৰাণ যাত্ৰীয়ে অসমৰ পুণ্যভূমি দৰ্শন কৰি ইয়াৰ শান্ত স্নিগ্ধ সৌন্দৰ্যত মুগ্ধ হৈছে আৰু আমাৰ গৌৰৱৰ দ্বিতীয় বাহানি হৈছে শঙ্কৰদেৱৰ যুগত ৰচিত গ্ৰন্থাৱলী, যাৰ কাৰণে অসমীয়া অশিক্ষিত মানুহৰ মাজতো ধৰ্ম, মোক্ষ আৰু সাহিত্যৰ ত্ৰিবেণী সংগম হৈছে। অসমীয়াই সকলো এৰিব পাৰে কিন্তু কামাখ্যা গোসাঁনী, শঙ্কৰদেৱৰ ভাগৱত আৰু ৰাম সৰস্বতীৰ মহাভাৰত এৰিলে অসমীয়াৰ অস্তিত্ব নিৰৰ্থক, নিষ্প্ৰভ। মহামতি কাৰ্লাইলে কৈছে, ইংৰাজসকলে ভাৰতবৰ্ষ পৰিত্যাগ কৰিব পাৰে, কিন্তু মহাকবি শ্বেইক্সপীয়েৰক কেতিয়াও এৰি নিদিয়ে—

"Shakespear is the grandest thing we ever yet had done. For our honour among foreign nations, as an ornament to our English household, what item is there that we would not surrender rather than him? Consider now, if they asked us will you give up your Indian Empire, or your Shakespear, you English never have had any Indian Empire or never have had any Shakespear? Really it were a grave question. Official persons would answer doubtless in official language : but we, for our past too, should not we be forced to answer : Indian Empire, or no Indian Empire, we can not do without Shakespear. India will go at any rate, some day; but this Shakespear does not go, he lasts forever with us, we can not give up our Shakespear." (Hero and Hero Worship : 'The Hero as a man of letters')

পূৰ্বতেই উল্লেখ কৰা হৈছে— ড° সূৰ্যকুমাৰ ভূঞাক অসম সাহিত্য সভাই সভাপতি হিচাপে বৰণ কৰিছিল ১৯৫৩ চনত শ্বিলং অধিৱেশনত। সেই তেতিয়াই অসম সাহিত্য সভাৰ প্ৰতি থকা তেওঁৰ আস্থা আৰু ধাৰণা সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত এনেদৰে ব্যক্ত কৰিছিল ঃ "সাহিত্য সভা হৈছে অসমীয়া জাতিৰ সাৰ্বজনীন আৰু চিৰন্তন মনোবৃত্তি আৰু পৰিণতিৰ সৰ্বপ্ৰধান মাৰ্গ আৰু সংঘ। ...অসমীয়াৰ উন্নতিৰ উপায় এই সভাতে নিহিত হৈ আছে আৰু অসমীয়াৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে এই সাহিত্য সভাৰ কল্যাণ-অকল্যাণৰ ওপৰতেই।" সাহিত্যক তেওঁ ঐক্য সাধনৰ উপায় বুলি কৈছে। অসম সাহিত্য সভাৰ যি পৰিণতি তথা পুতৌ লগা অৱস্থা তাৰ পৰিপ্ৰেক্ষিতত ড° ভূঞাই কোৱা কেইআষাৰ মান কথা এইখিনিতে

অধিক প্ৰণিধানযোগ্য, "প্ৰত্যেক অসমীয়াই উপলব্ধি কৰা উচিত যে সাহিত্য সভাৰ উন্নতি সাধন কৰি আমি অসমীয়া একতা ডোলত বান্ধ খাই থাকিম, আমাৰ কৃষ্টি আৰু সভ্যতাৰ সমৃদ্ধি দেশবাসী আৰু পৰদেশবাসী সকলোৱে জানিব পাৰিব আৰু সাহিত্য সাধনাৰ সহায়েৰে আমাৰ মনোভাব উচ্চ কৰিব পাৰিম, সেই উচ্চ মনোভাবৰ সৌৰভ গোটেই জাতীয় জীৱনতে বিয়পি পৰিব। যিসকলে স্বাৰ্থ সিদ্ধিৰ অভিসন্ধিকে জীৱনৰ একমাত্ৰ কৰ্মপন্থা বুলি ভাবে, তেওঁলোকক সমাজে চিনি পাবলৈ সৰহ পৰ নালাগে। এই সুপবিত্ৰ সাহিত্য সভা অনুষ্ঠানত তেনে স্বাৰ্থান্বেষী মানুহৰ যেন হাটবাট নহয়। তাৰ হন্তে সকলো সতৰ্ক সজাগ হৈ থকাটো উচিত। সাহিত্য সভাৰ নিয়ম-প্ৰণালী-আঁচনি-পৰিকল্পনা সকলো বিশুদ্ধভাৱে ৰচিত হ'ব পাৰে, কিন্তু নিঃস্বাৰ্থ পুৰুষে ইয়াৰ দৈনন্দিন কাৰ্য পৰিচালনা নকৰিলে সেই ৰচনাৰ পাৰিপাট্য তুলাপাততে যাহ যাব।" (অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ ঃ দ্বাবিংশ অধিৱেশন।)

ড° সূৰ্য্যকুমাৰ ভূঞাই বিষ্ণুপ্ৰসাদ ৰাভাৰ দৰে অসমৰ সামগ্ৰিক উন্নতিৰ কথা কৈছিল। কৈছিল অসমীয়া বঙালীৰ মিলনৰ বাস্তৱসম্মত কথা। সমন্বয়ৰ প্ৰতীক বিষ্ণুপ্ৰসাদ ৰাভাই যেনেকৈ পৰ্বত-ভৈয়ামৰ সমন্বয় স্থাপন কৰিবলৈ প্ৰয়াস কৰিছিল, বিভিন্ন জনগোষ্ঠীক একত্ৰিত কৰি যেনেকৈ ঐক্য সাধনৰ মাজেদি অসমীয়া জাতি তথা অসম গঢ়ি তোলাৰ স্বপ্ন দেখিছিল ড° ভূঞায়ো প্ৰতিবেশী ৰাজ্যৰ সৈতে সততে সংঘটিত হৈ থকা সংঘাত, অসূয়া-অপ্ৰীতি বিনাশ কৰি অসমীয়া-বাঙালীৰ মিলনৰ সেতু বন্ধাৰ প্ৰয়াস কৰিছিল। তাৰ বাবে তেওঁ অতীৱ বাস্তৱসম্মত বিজ্ঞানসম্মত কথাকেইআষাৰ নিৰপেক্ষভাৱে ১৯৪৭ চনতে গুৱাহাটীত অনুষ্ঠিত বাঙালী ছাত্ৰ সন্মিলনৰ বিংশতিতম অধিৱেশনত মুকলিভাৱে ব্যক্ত কৰিছিল ঃ "অসমত থকা প্ৰত্যেক বাঙালীয়ে অসমীয়া ভাষা শিকাটো নিতান্ত প্ৰয়োজনীয়। বংগদেশত যেনেকৈ চৰকাৰী বাঙালী ভাষা চলাৰ আয়োজন হৈছে, তেনেকৈ সমগ্ৰ অসমত অসমীয়া ভাষা প্ৰচলন হোৱাটো অৱশ্যম্ভাবী। বাঙালীসকলে অসমীয়া ভাষা শিকি নল'লে অসমৰ উন্নতিমূলক প্ৰচেষ্টাত অংশ গ্ৰহণ কৰিবলৈ টান পাব। ওচৰ-চুবুৰীয়া দেশত ইজনে সিজনৰ ভাষা শিকাটো নিয়ম। প্ৰত্যেক শিক্ষিত অসমীয়াই বাঙালী জানে। আপোনালোকে ক্ষমা কৰিব, তাহানি কলেজীয়া অৱস্থাত মই বাঙালী কবিতা লিখি ছাৰ গুৰুদাস বন্দ্যোপাধ্যায়ৰপৰা পুষ্পমাল্য লাভ কৰিছিলোঁ, আৰু বংগীয় সাহিত্য পৰিষদ পত্ৰিকাতো বাঙালী প্ৰবন্ধ লিখিছোঁ। সেইবুলি মোৰ মাতৃভাষা অসমীয়া আৰু অসমীয়া কৃষ্টিৰ প্ৰতি কিমান ধাউতি তাক সকলোৱে জানে। অসমীয়া ভাষা শিকিলে আপোনালোকৰ অসমীয়াৰ লগত মিলনৰ বাট বহুত প্ৰকাৰে সুগম হ'ব। সেইদৰে প্ৰতি অসমীয়াই বংগীয় সাহিত্য অধ্যয়ন কৰি তাৰ সৌৰভ অসমীয়া সাহিত্যলৈ অনাৰ চেষ্টা কৰিব লাগে।" (বাঙালী ছাত্ৰ সন্মিলনৰ উদ্বোধনী ভাষণ, ১৯৪৭)

ড° ভূঞাই নিজ জন্মভূমি অসমক 'সুপ্ত সিংহৰ দেশ' বুলি কৈছে। এই কথাৰ সত্যতা ইতিহাসৰ পাতত সঁচা বুলি প্ৰতীয়মান হৈছে। এনেকৈয়ে তেওঁৰ বিভিন্ন ভাষণ তথা লেখাত অভিজ্ঞতালব্ধ জীৱনৰ অনেক সাৰুৱা কথাই আন্ধাৰত পোহৰৰ চাকি হৈ আমাক বাট দেখুৱাইছে।

মানুহৰ জীৱনৰ সফলতা-বিফলতা নিৰ্ভৰ কৰে নিজ কৰ্মদক্ষতাৰ ওপৰত। ড° ভূঞাই

সঁচা জীৱনৰ সফলতাৰ চাবিকাঠি ক'ত পাইছিল, কেনেকৈ সংগ্ৰহ কৰিছিল আমি নাজানো। আৰু সেইবাবেই তেওঁক বুলিয়েই নহয় এনে বিশাল প্ৰতিভাধৰ ব্যক্তি বিশেষৰ অতীত মাধুৰী বিতংকৈ জানিবৰ মন যায়। জনাৰ বাবে উৎকণ্ঠাৰ শেষ নহয়।

ড° সূৰ্য্যকুমাৰ ভূঞাৰ পূৰ্বপুৰুষ আছিল বিহাৰৰ পূৰ্ণিয়া জিলাৰ। অৰ্থাৎ তেওঁৰ পিতৃ পূৰ্বতে উল্লেখ কৰা ৰবিলাল ভূঞাৰ পূৰ্বপুৰুষ আছিল কৌণৰ সিংহ— এগৰাকী আঢ্যৱন্ত লোক। দুজন পুত্ৰ আৰু এজনী কন্যাকে লৈ তেওঁৰ আছিল এখন সৰু সংসাৰ। নিয়তিৰ পৰিহাস— এজন পুত্ৰ সহদেৱ সিংহ আৰু একমাত্ৰ কন্যাগৰাকী ঢুকোৱাৰ পিছত মংগল সিংহই আছিল একমাত্ৰ বংশৰ প্ৰদীপ। তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানীৰ তলত এদিন সৈনিকৰ চাকৰিত মকৰল হয়। সেই কোম্পানীৰে এদল সৈন্য অসমলৈ অসমীয়া সৈন্যক প্ৰশিক্ষণ দিবলৈ আহোঁতে লগত আহিছিল সেইজন মংগল সিংহ। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনত তেওঁ কিবা এক অজান মায়াত মোহ গৈ অসমৰে মাটিত স্থায়ীভাৱে ৰৈ গ'ল আৰু এদিন শিৱসাগৰৰ জনৈক শনি ভূঞাৰ পৰিয়ালৰে এগৰাকী কন্যাৰ পাণি গ্ৰহণ কৰিলে। সেইদিন ধৰি অসমৰ বায়ু, মাটি-পানীৰ সৈতে একাকাৰ হৈ তেওঁ মিলি গ'ল। বৰ্তমান অতীত হৈ গ'ল। সময়ে বাগৰ সলালে। কেইবা শতিকাৰ পূৰ্বৰ অতীতলৈ ঘূৰি গ'লে দেখা যায় সেইজন মংগল সিংহই আছিল ড° ভূঞাৰ আজো ককাক।

অসমৰ অলিখিত বুৰঞ্জীৰ বুকুত লুকাই থকা অলেখ সোণৰ চেঁকুৰা বুটলি আমাক দি থৈ যোৱা অসীম প্ৰতিভাধৰ এক অনুষ্ঠান সদৃশ আজীৱন সাহিত্যৰ সেৱক আৰু সাধক এইজনা কৃতী আৰু কৰ্মী পুৰুষে ১৯৬৪ চনৰ ৫ জুলাই তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

# ড° সূৰ্য্যকুমাৰ ভূঞাৰ প্ৰকাশিত গ্ৰন্থসমূহ

জীৱন-চৰিত ঃ অসমীয়া

১। **গোপালকৃষ্ণ গোখলে** (১৯১৬)
২। **আনন্দৰাম বৰুৱা** (১৯২০/২৪/২৬)
৩। **ৰবীন্দ্ৰনাথ ঠাকুৰ** (১৯২০)
৪। **ৰমণী গাভৰু** (স্বৰ্গদেউ জয়ধ্বজ সিংহৰ জীয়ৰী ৰমণী গাভৰু আৰু সম্ৰাট ঔৰংজেৱৰ পুত্ৰ আজমতৰাৰ পত্নীৰ জীৱনচৰিত, ১৯৫১)
৫। **লাচিত বৰফুকন** (১৯৬২)
৬। **হৰিহৰ আতা** (১৯৬০)
৭। **ৰাজেশ্বৰ সিংহ** (১৯৭৫)

জীৱন-চৰিত ঃ ইংৰাজী

1. **Lachit Borphukan and His Times**
2. **Atan Buragohain and His Times**

এইবিলাকৰ উপৰি তেওঁৰ ভালেকেইখন ইংৰাজী আৰু অসমীয়া গ্ৰন্থ আমি প্ৰকাশিত ৰূপত পঢ়িবলৈ পাইছোঁ। সেইবিলাকৰ ভিতৰত আছে—

১। **নিৰ্মালী** (১৯১৮)
২। **আহোমৰ দিন** (১৯১৮)
৩। **জয়মতীৰ উপাখ্যান** (১৯২০)
৪। **পঞ্চমী** (গল্প সংকলন. ১৯২৭)
৫। **অসম জীয়ৰী** (১৯৫৫/২টা খণ্ড)
৬। **কোঁৱৰ বিদ্ৰোহ** (১৯৪৮)
৭। **ৰমণী গাভৰু** (১৯৫১)
৮। **বুৰঞ্জী বাণী** (১৯৫১)
৯। **কছাৰী বুৰঞ্জী** (১৯৩৬)

১০। **জয়ন্তীয়া বুৰঞ্জী** (১৯৩৭)

১১। **ত্রিপুৰা বুৰঞ্জী** (১৯৩৮)

১২। **অসম বুৰঞ্জী** (১৯৪৫)

১৩। **সাতসৰী অসম বুৰঞ্জী** (১৯৬০)

১৪। **কামৰূপৰ বুৰঞ্জী** (১৯৩০)

১৫। **দেউধাই অসম বুৰঞ্জী** (১৯৩৩)

১৬। **টুংখুঙীয়া অসম বুৰঞ্জী** (১৯৩২)

১৭। **বৰফুকনৰ গীত** (১৯২৪)

১৮। **শৰাইঘাটৰ সুবচনী** (১৯৬৩, ড° সূৰ্য্যকুমাৰ ভূঞাৰদ্বাৰা সংকলিত আৰু সম্পাদিত)

১৯। **An Assamese Nurzahan** (1926)

২০। **Early British Relations with Assam** (1928)

২১। **Assamese Literature– Ancient and Modern** (1936)

ড° সূৰ্য্যকুমাৰ ভূঞাৰ পঢ়া কোঠাৰ ভিতৰভাগ



# অতীতৰ পম খেদি ঃ সাগৰতলিৰ মুকুতা

বিভিন্ন গুণেৰে বিভূষিত ড° সূৰ্য্যকুমাৰ ভূঞা। পূৰ্বতেই উল্লেখ কৰিছোঁ যদিও পুনৰ উভতিছোঁ তেওঁৰ জীৱনাদৰ্শৰ তীৰ্থভূমিলৈ। নিয়মানুবৰ্তিতা, মহানুভৱতা আৰু পৰিপাটিতা আছিল ড° ভূঞাৰ চৰিত্ৰৰ অত্যুজ্জ্বল ভূষণ। তাৰ নিদৰ্শন তেওঁ এৰি যোৱা অনেক কৰ্মৰ মাজত আজিও বিদ্যমান হৈ আছে। মৃত্যুৰ আগমুহূৰ্ত পৰ্যন্ত ব্যস্তমুখৰ কৰ্মজীৱনে তেওঁৰ নিয়মানুৰৰ্তিতাক কেনেকৈ প্ৰতিভাত কৰে তাৰ নিৰ্দৰ্শন ঘৰত সংৰক্ষিত অনেক চিঠি আৰু লেখাৰ মাজত উজলি আছে। এনে প্ৰামাণ্য তথ্য কেমেৰাৰে বন্দী কৰিব নোৱৰাৰ বাবে ইয়াত দেখুৱাব পৰা নগ'ল।

তেনেকৈ সকলো মানুহৰ প্ৰতি সমান ব্যৱহাৰ, শ্ৰদ্ধাশীল মনোবৃত্তি আৰু তেওঁৰ অবৰ্তমানত শৃংখলিতভাৱে তেওঁ নিজেই বন্ধাই থৈ যোৱা কিতাপৰ Bound up Volume-বিলাকে তেওঁৰ মহানুভৱতা আৰু পৰিপাটিতা গুণকে প্ৰতিফলিত কৰে। ইয়াৰ উপৰি ড° ভূঞাৰ অলেখ প্ৰবন্ধ অপ্ৰকাশিত ৰূপত সংগৃহীত হৈ আছে নিজৰে গৃহত।

১৯৫১ চনত ড° সূৰ্য্যকুমাৰ ভূঞাই নিজৰ প্ৰকাশিত আৰু অপ্ৰকাশিত সৃষ্টিকৰ্মৰ এখন তালিকা কৰিছিল— **Bibliography of the Works of Dr. S.K. Bhuyan**। ইয়াৰপৰাই অনুমান কৰিব পাৰি তেওঁৰ কাম-কাজ কিমান নিয়াৰি আছিল।

প্ৰকৃততে এক প্ৰচণ্ড পৰিচ্ছন্ন ব্যক্তিত্বৰ অধিকাৰী ড° সূৰ্য্যকুমাৰ ভূঞাই নিজেই নিজৰ জীৱন গঢ়িছিল। নিজেই নিজৰ সকলো আঁচনি-কৰ্মৰ খতিয়ান নিখুঁতভাৱে নিয়াৰিকৈ কৰি গৈছিল। "Dr. Bhuyan was a man of plan and method. He planned his own life, laying it out in parts... He stored all that he had written and all that others had written about him. (Dr. Maheswar Neog: 'Learned opinions about Professor Bhuyan')

# Bibliography

লেখকে নিজে সম্পাদনা কৰা ড° বাণীকান্ত কাকতিৰ Introduction সহ ড° সূৰ্য্যকুমাৰ ভূঞাৰ Bibliography-ৰ অবিকল ৰূপ—

## Bibliography of the Works of Dr. S.K. Bhuyan

### COMPILER'S PREFACE

The writings of a worker in the field of literature and history fall generally into four categories : first, writings which are published in book form, and are thus readily available for study and ieference ; Secondly writings which appear in periodicals and are read at the time of publiscations, but are available afterwards only to those who have access to those peridicals ; thirdly, writings which are in manuscript and could not be published in book-form or in periodicals ; and fourtly, writings which, on account of the author's other preoccupations or lack of opportunities, could not be completed.

In a place like Assam, where there are no proper facilities for publication, where there are no libraries containing complete volumes of old peridicals, and where there are no arrangements for preserving the traces of an author's writings, they have every possibility of being completely blotted out of human memory though there may be materials enough in those writings which may prove useful as a source of information and entertainment, as well

as a means of edification and inspirations. Some kindred spirit may take up the cue in future and complete the works commenced, suggested or hinted at by a preceding author. Continuity is thus maintained between the literary activities of one period and those of subsequent ages. It is this idea which lies at the root of the compilation of this bibliography.

This aspect was pointed out by me in the penultimate paragraphs of **'Assamese Literature : Ancient and Modern'**, 1936—

"To understand the quantity and quality of modern Assamese litrature we must turn to the reviews and periodicals wherein are published articles of all shades of interest. A large number of articles of permanent value have been published in the pages of the **'Arunoday'**, **'Assam Bandhu'**, **'Jonaki'**, **'Bijuli'**, **'Usha'**, **'Banhi'**, **'Alochani'**, **'Milan'**, **'Assam Sahitya-Sabha Patrika'**, **'Awahon'** etc. The few Assamese anthologies that have come out are more or less collections from periodical literature. There is room for several more anthologies if we ransack all the periodicals and make judicious selections from them.

"Elsewhere, when an author contribute articles to the papers he collects them afterwards in book-form. The works of Matthew Arnold, Thomas Carlyle, Frederic Harrison, John Morley and Edward Dowden are mostly of this character. An Assamese author goes on writing throughout his life, and he can never dream of putting them together under one cover. In course of time, the very traces of his articles are lost and forgotten owing to the absence of the practice of compiling author's bibliographies. The copious contributions of authors like Anandaram Dhekial Phukan, Gunabhiram Barua, Ratneswar Mahanta, Hemchandra Goswami and Kamalakanta Bhattacharyya are buried in the pages of magazines. What Srijut Lakshminath Bezbarua has published in book-form represents only a fraction of what he has written during his life as most of his wirtings are scattered in the newspapers and magazines of the last half-a-century. Some of Mr. Bezbarua's contributions in periodicals are as interesting and valuable as those he has published in books. The publication of anthologies is also a lukewarm business in Assam. On account of the paucity of publishing firms prepared to invest money in ventures of a

precarious character. The late Srijut Hemchandra Goswami's monumental work **Typical Slections from Assamese Literature** was possible on account of a combination of circumstances, –Sir Asutosh Mukherjee's zeal for the promotion of vernacular studies in his alma mater, and the generous patriotism of Assam's premier merchant and philanthropist Bholanath Barua."

In our particular case, a bibliography has also become necessary to serve as a guidance in the execution of the plan to publish in book-form the author's contributions to periodicals and his unpublished works and also to bring out new editions of his books which are now out of print. If the plan is not accomplished in the near future this bibliography will be helpful when some one intends to continue the work of publication. The articles published in periodicals and the unpublished writings have been grouped under appropriate heads so that they can be collected together for publication under the suggested titles. Mention has also been made of the incomplete treatise 'Historical Research in Assam' and the projected work of collaboration 'Assam and the Assamese', as the proposed subjects will indicate the lines on which historical investigations can preferably be conducted in future.

'Art is long, and time is fitting', and an author in Assam can hardly expect to see the accomplishment of his literary plans. Permanance and oblivion intermingle in the prospects of an author's contributions. Residual appreciation at the hands of posterity is responsible for many a resurrection in the grave-yards of literary labours. Such resurrections constitute a visible symbol of progress in the country's intellectual activities. A bibliography is therefore essential in order that the bearings can be fully worth, can be transmitted from one hill-top to another.

I am grateful to Dr. Banikanta Kakati, now Professor of Assamese at Gauhati University, for having kindly written an introduction to this bibliography. My literary career is more or less coeval with my association with Dr. Kakati. We were fellow students at the Presidency College, Calcutta, from 1913 to 1915 : and colleagues in the English Department of the Cotton College, Gauhati from 1918 to 1946; and co-workers all the time in the field of Assamese literature. I therefore attach special value to the words

of Dr Kakati as they come from one who has known me so intimated and so long.

Company Bagan Road
Uzanbazar
Gauhati, Assam
The 15th June, 1951

S.K. Bhuyan

## INTRODUCTION

Dr. S.K. Bhuyan hardly needed an introduction. As the Provincial Director of Historical and Antiquarian Studies in Assam, as a frequent contributor of original historical articles to numerous learned periodicals, as a scholarly editor and translator of old Assamese chronicles and as an author of numerous original compositions in English and Assamese, his is a valued named in the noted centres of historical studies in India. Some of his historical publications had the honour of being very favourably commented on in the pages of the 'Journal of the Royal Asiatic Society of Great Britain and Ireland' and the 'Bulletin of the School of Oriental Studies' by such eminent authorities as Sir Edward Gait, Lt.Col. P.R.T. Gurdon, and Lt.Col. Sir Wolsely Haig.

The works listed in the following bibliography range over a period of about four decades. They fall mainly into there divisions . historical biographical, and original and miscellaneous. Dr. Bhuyan's forte is history and biography. Like those of many other historians, his earlier publications are mostly biographical with occasional dips into some interesting periods of history. Such earlier studies are '**Ahomar Din**', 1918, containing an account of the Ahom system of administration, and '**Early British Relations with Assam**', 1928. Some of his original Assamese compositions have already been, recognised as classics having been for many years running as text-books for several examinations of the Universities of Calcutta, Dacca, Benares and Gauhati.

Circumstances had developed which led Dr. Bhuyan on to devote his wholehearted attention to the history and antiquities of Assam. Some time in 1927, the manuscript of his **'Early British Relations with Assam'** fell into the hands of Mr. J.R. Cunningham, then Director of Public Instruction of Assam. Mr. Cunningham, recognised considerable merit in it as a piece of historical writing and took it upon himself to move the Assam Government to publish it. The book was accordingly published in 1928. Realising at the same time possibilities of future research works in the unexplored field of Assam history, specially in view of the difficulties experienced by Dr. Bhuyan and his fellow-workers, Mr. Cunningham also move the Government for establishing a department of historical and antiquarian studies to be maintained with a regular allotment from the provincial revenues. The department thus came into being in June, 1928 with Mr. A.H.W. Bentinck, C.I.E., I.C.S., F.R.G.S., M.A. (Oxon), then Commissioner of the Assam Valley Division as the Honorary Provincial Director and Mr. J.P. Mills, I.C.S. M.A. (Oxon), Deputy Commissioner and Prof. S.K. Bhuyan, M.A., B.L, Professor of the Cotton College, Gauhati, as Honorary Assistant Director for the Surma and the Brahmaputra Valley Divisions respectively.

As the historical publications entered in the following bibliography will show. Dr. Bhuyan became the life and soul of the Department. He put in all the scanty leisure of a College teacher at the service of the Department. He collected historical manuscripts, collated and finally edited them with necessary notes and introduction both in Assamese and English. To this must be added the onerous responsibilities connected with the administration of the Department. After the retirement of Mr. Bentinck from office in 1933, the Government of Assam offered free scope to Dr. Bhuyan's eagerness for the promotion of the Department's objects by placing him in sole charge of the Department as its Provincial Director.

Dr Bhuyan's interest in the Department is that of genuine selfless worker who desires its permanency on behalf of future scholars who will continue its traditions. The Department so happily inaugurated had so far been functioning with a name, but

it had no local habitation. There was no permanent building to accommodate it, only a room in the Divisional Commissioner's office having been set apart for its work, and previously to this, for many long years the Department was housed in Dr. Bhuyan's private quarters. Without embarrassing the Government with requests for more grants for this infant institution. Dr. Bhuyan looked about for funds from other sources towards erecting a permanent building for it. And he was not long in the search. He secured the sympathy of a generous and cultured Assamese gentleman Rai Bahadur Radhakanta Handique who had already earned the gratitude of his countrymen by considerable donations towards the promotion of Assamese language and literature. At Dr. Bhuyan's instance, Rai Bahadur Handique placed adequate funds at the disposal of the Government towards the construction of a permanent building for the Department. The building, named after the donor's wife, Narayani Handique Historical Institute, was completed in February 1936. On April 4, 1936 the building was formally opened by His Excellency Sir Michael Keane, K.C.S.I., C.I E., I.C.S. Governor of Assam, in the presence of the donor and his wife, and of an assembly of distinguished guests. For all time to come, the office of the Department has been located in this building. What Mr. Cunningham said about Dr. Bhuyan and the Department in 1932 is more than justified when viewed in the light of its subsequent achievements,— "The fact is that had it not been for one S.K. Bhuyan the Department would never have come into being and were it not for the abilitites and devotion of the same S.K. Bhuyan's it would have had but little to record in the way of accomplishment."

The earnest zeal and sincerity of Dr. Bhuyan in the pursuit of historical and antiquarian studies were rewarded by the conferment of the title of Rai Bahadur in 1936 at a comparatively young age.

Dr. Bhuyan's research activities the historical instincts of the Assamese race combined with the critical methods of modern scholarship. In olden times knowledge of historical lore was looked upon as an essential part of the intellectual equipments of an educated Assamese gentleman. Often times he was expected to sum up his knowledge by writing a history of his country or some

neighbouring tract. The tradition continued down through the last century, and three noted Assamese gentlemen with liberal English education, left behind three distinct studies of the history of Assam– Kashinath Tamuli Phukan, Rai Bahadur Gunabhiram Barua and Harakanta Barua Sadar-Amin.

With immense labour Dr. Bhuyan has unearthed a vast mass of unused materials from original sources. Under the auspices of the research institute of which he is in sole charge, he has edited several original documents with all the requirements of a modern scholarly publications. Dr. Bhuyan has never spared himself for a due appreciation of the materials that came his hands. For a correct understanding of the racial and cultural traditions of the Ahom race he engaged for some time the services of an Ahom Deodhai Pandit, i.e., and orthodox Ahom priest regarded as a repository of the knowledge of Ahom traditions. His English version of the **'Tungkhungia Buranji'** published by the Oxford University Press in 1933, with a brief resume of the events of other periods before and after that dynasty with notes, a glossary, an index and an introduction, is quite characteristic of the critical methods which Dr. Bhuyan has applied to editing the Assamese chronicles.

Dr. Bhuyan discovered some fresh materials about Moghul India from Assamese sources. They were published in several issues of the **Islamic Culture**, Hyderabad, Deccan, 1928 and 1933-34, and they have now appeared in book-form under the title **Annals of the Delhi Badshahate**.

A word must be said about Dr. Bhuyan's introductions to the several chronicles he has edited. They are in English as well as in Assamese. Each of them contains a critical synopsis of the contents with further amplifications from other available sources as well as an examination of their historical and literary value. They have bearing also on other aspects of Assamese civilization and culture. The chronicles being comprehensive records of the political, social and religious sympathies of different times, Dr. Bhuyan has supplied the proper background of the varied thought movements by his illuminating comments, and has made each period covered by a particular chronicle full of life and vitality.

It must be admitted that inspite of the limitations under which

he is labouring. Dr. Bhuyan has been able to rouse interest in Assamese history and civilisation among emiment historical scholars in India and Europe. Prof. C.S. Srinivasachari, formerly of Annamalai University, and Mahamahopadhyaya D.V. Potdar of Poona, have reviewed one or other of Dr. Bhuyan's works in the **Journal of Indian History**, and **Journal of the Bhandarkar Oriental Research Institute** respectively. Calculated to evoke wide-spread interest in Assamese historical matters. Dr. B.A. Saletore of Poona has, in an issue of the **Journal of the Assam Research Society**, searched for Sumerian prototypes for the burial system of the Ahoms which has been fully described by Dr. Bhuyan in his introduction to **Deodhai Asom Buranji**. The same book as far as its contents can be judged from the English introduction running up to seventy pages has been reviewed in the German periodical **Orientalistische Literaturzeitung** of Leipzig. Dissemination of knowledge about the Assamese people and creation of interest in their past history and civilization, far and wide has been a welcome offshoot of Dr. Bhuyan's life-long devotion for the cause of Assamese historical research.

An intensive study of the several periods of Assamese history has brought Dr. Bhuyan into intimate touch with the varied streams of thought that go into making the cultural life of a people. **Assamese Literature : Ancient and Modern**—a note prepared at the instance of and printed by the Government of Assam, July 1936 shows how intimate is Dr. Bhuyan's knowledge of things Assamese.

To co-ordinate all the materials and bring them all together into a synthesis, the intervals of time in a teacher's business are not enough. The situation cannot be better depicted than in the words of Dr. Bhuyan himself— "I must frankly declare that our chief handicap is one of time. The normal duties of a teachers in the constitutent colleges of the Calcutta University leave him very little leisure for research and investigation. The routine work of our Department which has increased rapidly in recent years, caused by the necessity of securing a fair market for our publications in order to give some return for the money spent upon the Department by the Government together with the task of rearing an infant institution by enlisting support in its behalf and conferring upon it

যাৰ ফলত সামান্য ৰণুৱায়ো মহাবীৰ আলেকজেণ্ডাৰৰ কথা আলোচনা কৰিবলৈ সক্ষম হৈছিল। এই জনশিক্ষাই অসমৰ প্ৰজাক সুৰুচিপূৰ্ণ আৰু পৰিমাৰ্জিত কৰি থৈ গৈছে। অসমত নামকীৰ্তনৰ মহিমা শুনি আতংকিত হৈ ৰাজপুতনাৰপৰা অম্বৰাধিপতি ৰামসিংহলৈ তেওঁৰ মাক আৰু ঘৈণীয়েকে সতৰ্কবাণী লিখি পঠিয়াইছিল— "আমি শুনিছোঁ সিদেশত নামকীৰ্তন অনেক প্ৰকাশ হৈ আছে। এনে দেশ মাৰিলে তাৰ পৰিণাম কি হ'ব তুমি জানা। এই দেশ মাৰি মীৰজুমলাই কিমান দিন খাবলৈ পালে? তেওঁ নিজৰ ঠাঁয়ো উভতি নাপালেহি। গতিকে ইয়াকে দেখি যি ভাল পোৱা কৰিবা।"

অসমৰ বৈষ্ণৱ সাহিত্যত হৰিনামৰ মাহাত্ম্য আৰু তাৰ লগে-লগে প্ৰবল অধ্যাত্মিকতা আৰু সদাচাৰৰ প্ৰয়োজনীয়তাৰ বাণী ঘোষিত হৈছে। এই সাহিত্যৰ গদ্য অংশ বিশেষ চকুত লগা। ভক্তপ্ৰৱৰ ভট্টদেৱৰ **কথাগীতা** আৰু **কথা-ভাগৱত** অসমীয়া গদ্য সাহিত্যৰ আপুৰুগীয়া সম্পত্তি। সেই কালত এনে উচ্চ গদ্য ৰচনা ভাৰতৰ অতি কম ভাষাতে পোৱা গৈছিল বুলি পণ্ডিতসকলৰ মত। বৈষ্ণৱ সন্তসকলৰ চৰিত্ৰপুথিও বিশেষ আদৰৰ বস্তু। অসমৰ সকলো সন্ত-মহন্তৰ উৎপত্তি কাহিনী লৈ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত দক্ষিণপাটৰ শিষ্য গোবিন্দদাস নামে এজন ভক্তই **সন্তসম্প্ৰদা** নামে এখন গ্ৰন্থ লিখিছিল। তাত থকা কথাখিনিৰ বৰ্তমান যুগৰ ভাবধাৰাৰ লগত আচৰিত ৰূপে মিল। মহাপুৰুষ শঙ্কৰদেৱৰ জীৱন আলোচনা কৰোঁতে গোবিন্দদাসে লিখিছে, "পাচে কুসুমৰ ভাৰ্যা সত্যসন্ধ্যা আইৰ গৰ্ভে শুভ তিথি শুভ দিনে শুভ লগ্নে শ্ৰীশঙ্কৰ ৰূপে হৰি অৱতাৰ হলা। যাতো সংসাৰী জীৱক হৰি ভক্তি প্ৰচাৰ কৰি মোক্ষ দিলা। এতেকে দেৱজ্ঞসৱে জাতকোষ্ঠি কৰিলা। গুপ্তনাম শ্ৰীগঙ্গাধৰ হৈলা, যাতো গৰ্ভধান সময়ত মহাদেৱ ৰহিবাৰ স্বপ্নত মাতৃত স্থান খুজিলা, এতেকে পিতৃমাতৃ গঙ্গাধৰ হেন বুলিলা, লোকত শঙ্কৰ নাম প্ৰখ্যাত কৰিলা। ভৱিষ্যত পুৰাণত শঙ্কৰ বাসুদেৱ অংশ হেন শঙ্কৰে পাৰ্বতীত কহিছে, আৰু সেই কালৰ লোকে ঠাই ঠাই ঈশ্বৰ শক্তি দেখিলা, তাক বংশাৱলীত বৰ্ণনা কৰিছে। যাড়ক মৰ্দি লোকৰ ভয় দূৰ কৰিলা। চিহ্নযাত্ৰা কৰি লোকক ঈশ্বৰভাব দেখায়া হৰিত শৰণ কৰিলা। টেমনীয়া বান্ধি লোকৰ দুখ দূৰ কৰিলা। পণ্ডিতসৱকো বাদে জিনি গীতা ভাগৱত শালগ্ৰাম শৰণ ভজন ভক্তি লোকত প্ৰচাৰ কৰিলা। ভাগৱত শ্লোক ভাঙ্গি পদ-পয়াৰ নাটগীত ভটিমা গুণমালা লীলামালা এৱমাদি গ্ৰন্থসৱ কৰি লোকসৱক হৰিত দৃঢ়মতি কৰাইলা।

"এতেকে তাক শূদ্ৰ বুলি যি অমান কৰে সি অৱশ্যে অধোগতি যাইব। শিশুপালে গোপৰ ছৱাল বুলি অসূয়া পৰক্ৰিয়া কৰি ৰাজসভাত অনেক নিন্দা বুলিলা, আপোনাৰ আয়ুশ্ৰী নাশ কৰিলা। যেহেন শিলাত মুষ্টি হানিলে আপুনি দুখ পায়, তেমনে সন্তক নিন্দিলে আপুনি অধোগতি যায়।

"বুলিবা যদি ঈশ্বৰ হয় তেনে অনিত্য শৰীৰ কিয় ধৰা? তাক কওঁ শুনা, ব্ৰহ্মাৰ কি বিভাগ আছে? এতেকে কাৰ্যৰ নিমিত্তে শূকৰাদি জন্মও ধৰে। তেবে কি ঈশ্বৰ নোহে? শূদ্ৰকুলে জাত হৈবাৰ অভিপ্ৰায় আছে। সত্যযুগে হৰিভক্তিৰ পথ কেৱলে ব্ৰাহ্মণে মাত্ৰ ৰাখিলা। ই তিনি জাতিয়ে ৰাখিব নাপাৰিলে। ত্ৰেতাযুগত ক্ষেত্ৰিয় ব্ৰাহ্মণ দুয়ো ৰাখিলে। দ্বাপৰত ক্ষেত্ৰিয়ে বৈশ্যে ৰাখিলে। কলিযুগত ই তিনি জাতিয়ে হৰিভক্তি ৰাখিতে নাপাৰিলে। বেদৰ বশ্যকৰ্মে বদ্ধ হৈল। শূদ্ৰসৱ

হৰিভক্তিপাত্ৰ হৈল। আকে দ্বাদশ স্কন্ধ শ্ৰীভাগৱতত কহিছে। এতেকে শূদ্ৰকুলে অৱতৰি আচাৰ্য হুয়া হৰিভক্তি প্ৰকাশ কৰিলা, আৰু হৰিভক্তিয়ে জাতি অজাতি নবাছে। ভক্তিমন্ত হ'লে বিপ্ৰতো কৰি চণ্ডাল গৰিষ্ঠ হয়। সপ্তম স্কন্ধত প্ৰহ্লাদে নৃসিংহৰ আগে বুলিছা, 'ভক্তিমন্ত হলে অন্ত্যজো আচাৰ্যৰ যোগ্য হয়।' মহাতপস্বী শৌনকাদি মুনিসবে শুকক গুৰু মানি উচ্চাসন দিয়া মধ্য কৰি শ্ৰীভাগৱত শুনিলা। শ্ৰীগুৰুদেৱে দেৱঋষি ব্ৰহ্ম ঋষি, ৰাজঋষি সভাত থাকি তেওঁ আঙুলি উদ্দেশ্যি ঋষিসৱৰ আগে ভাগৱত কহিবে বুলিলা। এতেকে ভক্তি ভৈলে সকল গুণৰ পাত্ৰ হয়।

"শ্ৰীশঙ্কৰো পূৰ্ণ সাক্ষাতে ঈশ্বৰ। এতেকে তাঙ্ক পৰম গুৰু মানি হৰি-গুণ শ্ৰৱণ-কীৰ্তন কৰা। ইদেশত পূৰ্বে লোকসবে কাক হৰি বোলে হৰিকথাও নাজানিলে, অন্য দেৱ-দেৱীক ভজিল, কতোসৱে বৌধ মতে প্ৰৱৰ্তিল। আবে শঙ্কৰ অৱতাৰ বৰদ্ৰৱা বেহাৰত সত্ৰ কৰিলা, ভক্তিৰত্ন থাপিলা, সেই ভক্তিৰত্ন সন্তসৱে বেসাই সৱেদেশ পৰিপূৰ্ণ কৰিলা। হেনয় কৃপালু শঙ্কৰ মই কোটিবাৰ প্ৰণাম কৰোঁ।"

বংশীগোপালদেৱৰ বিষয়ে গোবিন্দদাসে কি কৈছে শুনক, "পাচে গোপালে বিবাহ নকাৰ ব্ৰহ্মচাৰী হৈল। একেসন্ধ্যা আতপ তণ্ডুল অন্ন ভুঞ্জিলা, মৎস মাংস উষুৰা বৰ্জিলা, দেহত অভিমান এৰিলা, ভূমিত বস্ত্ৰ পাৰি শয়ন কৰিলা, দুয়ো বেলা স্নানিলা, বিষয়ক তুচ্চ হেন দেখিলা, সদায়ে অভিমান এৰিলা, সদায় হৰিনাম কীৰ্তন কৰিলা, স্ত্ৰী নাচাহিলা, অসন্ত সমে আলাপ নকৰিলা, মৌনে ৰহিলা, ব্ৰেথা বাক্য নুবুলিলা।"

দেৱগোপালৰ বিষয়ে গোবিন্দদাসে আৰু কৈছে— "ধোয়ালোৰ বেলৰ শাখাও এক ব্ৰাহ্মণে শ্ৰীশঙ্কৰৰ মূৰ্তি মদনগোপালক পাই দেৱগোপালক নিবা দিলা। গোপালে পৰম হৰিষে ঠাকুৰ সমে একে আসনত থৈয়া সেৱা কৰিলা। সেইদিনা হন্তে দেৱগোপালৰ সম্পদ হৈলা, তথাপি তাত কিঞ্চিত প্ৰিয় নাছিল, যাতো সম্পদক মহন্তে আপদ হেন মানে, মূঢ় জনেহে আনন্দ মানে। এমন সম্পদ পাই ঢকুৱা পাৰি বসিলা, ভাল বস্ত্ৰ পৰিধান নকৰে, মিষ্ট দ্ৰব্যকো ভোজন নকৰে, স্ত্ৰী-সুবৰ্ণকো চক্ষুৱে নাচাহে। ৰাত্ৰি ভৈলে দীঘে প্ৰস্থে চতুৰ্থ হাতত মশৰিক তৰি নিদ্ৰা আছে বুলি মাটিত বসি মালা জাপ্য কৰি থাকা। হেন দেৱগোপাল সম সাধু পূৰ্বেও নাছিল, পাছত লাগিও নহৈব্য।"

গোবিন্দদাসৰ সন্ত-সম্পদাৰপৰা দীঘলীয়া টোকা মাতি শুনুৱাত আপোনালোকে মোক ক্ষমা কৰিব। মহাপুৰুষ শঙ্কৰদেৱদ্বাৰা হৰিভক্তি প্ৰচাৰ, ভক্তিমন্ত হ'লে শূদ্ৰ আৰু চণ্ডালৰো গৰিষ্ঠ আসন লাভ, ব্ৰহ্মচাৰী দেৱগোপালৰ কঠোৰ সাত্বিক জীৱন, ইয়াৰ মূলতত্ত্বই হৈছে অসমৰ বৈষ্ণৱধৰ্মৰ বাণী, সেই বাণীৰ অমৃতৰস অসমীয়াই আঁজলি ভৰি পিবলৈ ভাল পায়, তেও তেওঁলোকৰ নামুৱায়। জড়বাদী সংসাৰত 'সৰ্বে গুণাঃকাঞ্চণমাশ্ৰয়ন্তি' অৰ্থাৎ ধন হ'লেহে মানুহ সৰ্বগুণৱন্ত হয়, এই মন্ত্ৰ প্ৰচাৰিত হৈছে; অসমীয়াই কিন্তু কৈছিল, "ভক্তি ভৈলে সকল গুণৰ পাত্ৰ হয়।' এই আদৰ্শক সাৰোগত কৰি মনা অসমীয়া জাতিৰ চিৰকল্যাণ অৱশ্যম্ভাৱী, তেওঁলোকৰ পৰিহানি কেতিয়াও সংঘটিত নহয়।

স্বাধীনতা যুগৰ অসমীয়া সাহিত্যত এটি বিশিষ্ট অংগৰ বিষয়ে এইখিনিতে অলপ উনুকিওৱা

উচিত। বৈষ্ণৱসাহিত্যত অসমীয়াৰ আধ্যাত্মিকতাৰ পূৰ্ণ বিকাশ হৈছে। কিন্তু জগতৰ ঘাত-প্ৰতিঘাতত বিকাশ হোৱা মনোবৃত্তি লিপিবদ্ধ হৈ আছে অসমৰ বিপুল ৰজাঘৰীয়া সাহিত্যত। যি কালত ভাৰতৰ অনেক ৰাজ্য পৰাধীন অৱস্থাত আছিল সি কালত অসমত স্বাধীনতাৰ বিজয় নিচান উৰিছিল। এই স্বাধীনতাক অটুট ৰাখিবৰ কাৰণে দেশৰ শাসনকাৰ্য সুচাৰু ৰূপে পৰিচালনাৰ ব্যৱস্থা কৰিবলৈ অসমীয়া জাতি বাধ্য হৈছিল; তাৰ হন্তে ইয়াত নানান বিষয়ৰ লাগতিয়াল গ্ৰন্থ লিখাৰ আৱশ্যক হৈছিল, তেনে আৱশ্যকতা পৰাধীন জাতিয়ে অনুভৱ নকৰে, কাৰণ পৰাধীনতাৰ যুগত শাসনৰ জটিল সমস্যাবোৰৰ সমাধান কৰে ভিন দেশী বিজেতাই, পৰাভূত জাতিৰ মানুহৰ পক্ষে সেই সমস্যাবোৰ 'খাই নে কাণত পিন্ধে' এনে অগোচৰ বিধৰ। অসমৰ ৰাজনৈতিক সমস্যাবোৰৰ সমিধান ইয়াৰ বিপুল বুৰঞ্জী সাহিত্যত চিৰকাললৈ লিপিবদ্ধ হৈ আছে। অকল ৰজা আৰু মন্ত্ৰীকে লৈ ৰাজকাহিনী গঠিত হ'ব নোৱাৰে। তাত দেশৰ অৱস্থা, প্ৰজাৰ মনোভাব, নানা সময়ত জাতীয় পৰিস্থিতি —এই সকলোবোৰৰ আভাস বুৰঞ্জী সাহিত্যত পোৱা যায়। অসমৰ বুৰঞ্জী সাহিত্যই অসমৰ বাহিৰে ভাৰতৰ ইতিহাসতো পোহৰ পেলাব পাৰিছে। অসমৰ ওচৰত থকা কাছাৰ, জয়ন্তা আৰু ত্ৰিপুৰাৰ বিশ্বাসযোগ্য সমসাময়িক বুৰঞ্জী অকল অসমীয়াই মাথোন ৰক্ষা কৰিছে।

ৰাজ-ৰাজোৱানৰ কথা-বাৰ্তা লেন-দেনৰ বাহিৰেও আগৰ দিনৰ বুৰঞ্জী সাহিত্যই অসমীয়াৰ উচ্চ মনোবৃত্তিৰ আভাস দিছে। তাৰে গোটাচেৰেক দৃষ্টান্ত তলত দাঙি ধৰিলোঁ—

ৰজা যদি আত্মসুখত নিমগ্ন হৈ থাকে তেন্তে তেওঁৰ ৰাজ্য অতি শীঘ্ৰে ধ্বংসৰ বাটলৈ আহে। মোগল সম্ৰাট হুমায়ুন বাদশ্বাহৰ অসংখ্য বিশ্বাসী কৰ্মচাৰী আছিল, তথাপি তেওঁ নিজৰ দোষত ৰাজ্য এৰি পলাতকভাৱে দেশ-দেশান্তৰে ফুৰিবলৈ বাধ্য হৈছিল। ইয়াতে দুখ কৰি পাৰশ্যৰ বাদশ্বাহে হুমায়ুনক গৰিহণা দি কৈছিল— "এনে চাকৰ থাকোঁতেও দিল্লীৰপৰা তই কিয় পলাই আহিলি? দিল্লী হেন জেগাত তই তিনি পিৰীৰ পাদশ্যা, তোৰ আগত তই মৰ বুলিলে অলপকৈ হ'লেও লাখ লোক মৰিলেহেঁতেন তোৰ নিমিত্তে। আপোনাৰ সুখ-দুখৰ ইচ্ছা কৰিহে বাদশ্বাহী কৰিলি। ৰাজ্যৰ সুখ-দুখৰ বিচাৰ নলৈছিল। অলপ সূত্ৰ হলতে লোকজনৰ মন বিগৰি গ'ল। এতেকে ই কথাটো যাৱত দিল্লী তাৱত থাকিল, মুছলমান কুলটো হাঁহিয়াত হল।"

এইদৰে, মীৰজুমলাই গড়গাঁও পাওঁ-পাওঁ হওঁতে অসমৰ স্বৰ্গদেৱ জয়ধ্বজ সিংহই ৰাজধানী এৰি পৰ্বতলৈ পলাই যায়। বাটত পোহাৰীয়ে লগ পাই স্বৰ্গদেৱক এই বুলি বিকৰ্থনা কৰিছিল, "স্বৰ্গদেৱ, তুমি ৰং-আনন্দতহে মন দিলা! এই পোন্ধৰ বছৰে যদি দিব লগা ঠাইত পোন্ধৰ চপৰা মাটি দিলাহেঁতেন তেন্তে তোমাৰ কিয় এনে অৱস্থা হ'ব?"

স্বৰ্গদেৱ জয়ধ্বজ সিংহই জেশাহুৱেকৰ লগত গোপনে খোৱা-বোৱা কৰাত ভনীয়েক আইকুঁৱৰীদেৱে স্বৰ্গদেৱক এই বুলি বিকৰ্থনা কৰিছিল, "পৃথিৱীৰ ওপৰত স্বৰ্গদেৱ হৈছে, মোৰ বাই তোৰ জেশাহুৱেৰ, তেও যে এনে কৰ্ম কৰ, লাজ-কাজ ধৰ্ম-মৰ্যাদা ক'ত থলি?"

অসমৰ কেইবাজনা কোঁৱৰ কোচ ৰজা নৰনাৰায়ণৰ তাত ওলৰূপে বন্দী হৈ আছিল, তেওঁলোকৰ প্ৰত্যেকৰে যুৱত অৱস্থা, সংসাৰৰ নিয়ম মতে তেওঁলোকৰ এই বয়সত ল'ৰা-

তিৰুতাৱে সৈতে ঘৰ-গৃহস্থী কৰি খোৱাৰ সময়। সেইদেখি চিলাৰায়ৰ পটেশ্বৰীসকলে গিৰিয়েকক ক'লে, "অসম ৰজাৰ চাৰিটা কোঁৱৰ আনি বন্দী কৰি থৈছা। ইহঁতো ৰূপে-গুণে যুৱা অৱস্থা হৈছে। এতেকে ইহঁতক স্বদেশলৈ বিদায় দিয়ক।" পটেশ্বৰীসকলৰ অনুৰোধ মতে কিবা এটা ছেলু উলিয়াই বন্দী কোঁৱৰ কেইজনক অসমলৈ পঠিয়াই দিয়া হ'ল।

শৰাইঘাটৰ যুদ্ধৰ দিনা সেনাপতি লাচিত ফুকন নৰীয়া পৰাত উত্তৰ পাৰৰ এভাগ সৈন্যই যুদ্ধজয়ৰ আশা এৰি ৰণথলি এৰি যাবলৈ উপক্ৰম কৰিছিল। এনে অৱস্থা দেখি নৰা হাজৰিকা নামে সেনাপতি এজনে অশ্বক্ৰান্তত স্বৰ্গদেৱৰ শৰণ দি ৰাইজৰ ফালে চাই চিঞৰি ক'লে, "ৰাজ্য অই, সুনীয়া কাঁহীত বিহ ঢালিব খুজিছ যদি ভাগ।" অসমীয়াৰ স্বাৰ্থত জলাঞ্জলিক দি কোনোবাই দেশৰ অনিষ্ট সাধিবৰ উদ্যম কৰিলে অসমীয়াই যেন তেওঁক নৰা হাজৰিকাৰ কথাশাৰী সোঁৱৰাই দিয়ে— "ৰাজ্য ঐ, সুনীয়া কাঁহীত বিহ ঢালিব খুজিছ যদি ভাগ।"

উচ্চ মনোবৃত্তি আৰু ঐকান্তিক দেশপ্ৰেমৰ বতাহ-পোহৰ নাপালে স্বাধীনতা বৃক্ষ কেতিয়াও জীয়াই থাকিব নোৱাৰে। সেই মনোবৃত্তি আৰু দেশপ্ৰেমৰ দৃষ্টান্ত অসমীয়াৰ অতীত কাহিনীত অগণনভাৱে সিঁচৰতি হৈ পৰি আছে।

বুৰঞ্জীৰ বাহিৰেও এইবোৰৰ বিষয়ে ৰজাঘৰৰ কাৰণে কিতাপ যুগুত হৈছিল, ৰাজচ'ৰাৰ নিয়মাৱলী, বিষয়াসকলৰ মৰ্যাদাৰ তাৰতম্য, আহোমৰ নানা ফৈদৰ বিৱৰণ, ৰজাই বিয়া কৰা কন্যাৰ বংশৰ পৰিচয়, গড় আৰু দুৰ্গ নিৰ্মাণৰ ব্যৱস্থা, ৰজাৰ নগৰ আৰু পুখুৰী দেৱালয় সজাৰ ব্যৱস্থা, ঘোৰাৰ প্ৰকাৰ আৰু চিকিৎসা, হস্তীৰ ব্যাধি আৰু চিকিৎসা, শেনৰ ব্যাধি আৰু চিকিৎসা, ৰজাৰ আগত দেখুউৱা খেল-ধেমালি। খামটি ভাষাত লিখা প্ৰাচীন দণ্ডবিধি এখন দুমাহমানৰ পূৰ্বে আমাৰ দেখাৰ সৌভাগ্য হৈছিল। বানপানী, ভূঁইকঁপ, অগ্নিকাণ্ড, উঁই আদিৰ উপদ্ৰৱ আৰু মাণ-মৰাণৰ বিপ্লৱত যে আমাৰ কিমান গ্ৰন্থ লোপ পালে তাৰ ইয়ত্তা নাই। তাৰ বাহিৰেও ইউৰোপৰ নানান গ্ৰন্থশালাত অসমীয়া পুথি ভালেমান সংৰক্ষিত হৈছে। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ব্ৰিটিছ মিউজিমৰপৰা ত্ৰিপুৰা বুৰঞ্জী পুথি আৰু ধৰ্মপুৰাণৰ ফটোষ্টেট কপি যুগুত কৰি আনিছে। এই মিউজিয়মতে বাৰস্কন্ধ ভাগৱতৰ এখন সচিত্ৰ পুথি আছে। কোচবিহাৰৰ ৰাজভঁৰালতো ভালেমান অসমীয়া পুথি সংৰক্ষিত হৈছে। বিদেশী গ্ৰন্থালয়ত থকা পুথিবোৰ ক্ৰমান্বয়ে গোটাবৰ সময় হ'ল।

এতিয়াও যিবোৰ প্ৰাচীন গ্ৰন্থ পোৱা যায় তাৰ সম্ভেদ ল'লে সকলোৱে বুজিব পাৰিব যে বিষয়বস্তুৰ উৎকৰ্ষতা আৰু বহুমুখী সৌষ্ঠৱত জগতৰ অতি কম সাহিত্যইহে অসমীয়া সাহিত্যক চেৰ পেলাব পাৰিব। অসমীয়াই যাতে এই কথাষাৰ হৃদয়ঙ্গম কৰিব পাৰে, যাতে তাৰ ফলত অসমীয়াৰ আত্মসম্ভ্ৰম বৃদ্ধি হয় আৰু অসমীয়াৰ প্ৰতি অনা-অসমীয়াৰ শ্ৰদ্ধা সৃষ্টি হয়, তাৰ কাৰণে সাহিত্য সভাই ঐকান্তিক চেষ্টা কৰাটো যুগুত।

অসমীয়াৰ স্বাধীনতা যুগৰ অৱসান হোৱাত অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত মাধ মাৰ পৰিল। সাহিত্যৰ পৃষ্ঠপোষক ৰজা কুঁৱৰী বিষয়াসকল অন্তৰ্ধান হ'ল। তেওঁলোকৰ ঠাইত আহিল বিদেশী শাসকবৃন্দ আৰু দলে-দলে বিদেশী কৰ্মচাৰীসকল। অসমীয়া ভাষা যেন কোনো

ভাষাই নহয়, ই মাথোন বঙালীৰ অপভ্ৰংশ, আদালত-পঢ়াশালিত এই ভাষাক প্ৰচলিত কৰাৰ কোনো সকাম নাই —এই ধৰণৰ বুজনি পোৱাত নতুন শাসকসকলে অসমীয়া ভাষাৰ মূলোচ্ছেদ কৰিবলৈ সাজু হ'ল। তাৰ প্ৰতিবাদ কৰিছিল অসমত থকা আমেৰিকান মিছনেৰীসকলে আৰু কেইজনমান দেশপ্ৰেমিক অসমীয়াই। বহু বছৰ আন্দোলনৰ পাছত অসমীয়া ভাষা স্বতন্ত্ৰ বুলি স্বীকৃত হ'ল।

কিন্তু বিদেশীয়ে প্ৰবৰ্তন কৰা শিক্ষাপদ্ধতি অনুসাৰে ভাৰতীয় ভাষা আৰু সাহিত্যত— তাৰ লগে-লগে অসমীয়া ভাষা আৰু সাহিত্যত— কিবা যে মূল্যবান সম্ভাৰ আছে এইটো কোনেও স্বীকাৰ নকৰিলে। বিশ্ববিদ্যালয়ৰ পৰীক্ষাবোৰত ভাৰতীয় ভাষাই যৎসামান্য ভাবেহে ঠাই পাবলৈ ধৰিলে। এনেহে অনুমান হ'ল যেন মানবৰ চৰম উৎকৰ্ষ হৈছে ইউৰোপীয় সাহিত্যত আৰু প্ৰাচ্যৰ সাহিত্য সম্পদ আলমাৰীৰ এটা ঠাকত আবদ্ধ কৰিব পাৰি। ভাৰতীয় ভাষা আৰু সাহিত্যক মানুহে ইমান তল খাপৰ বুলি ভাবিবলৈ ধৰিলে যে গ্ৰামিক অনুন্নত যেই-সেই কথাকে 'ভাৰ্নেকুলাৰ' আখ্যা দিয়া হ'ল, যথা, "তুমি যিখন মিটিং পাতিলা, বা তুমি যিটো বক্তৃতা দিলা, বা তুমি যিটো ঘৰ সাজিলা, সি বৰ ভাৰ্নেকুলাৰ হ'লহে।"

কিন্তু এই আন্ধাৰ যুগত এজন মনীষীৰ আবিৰ্ভাব হ'ল, তেওঁ হৈছে ছাৰ আশুতোষ মুখাৰ্জী। তেওঁ যত্ন কৰি দেশজ ভাষাকো বিশ্ববিদ্যালয়ৰ ওখ মহলালৈকে শৃঙ্খলাবদ্ধভাৱে অধ্যয়ন আৰু অধ্যাপনাৰ দিহা কৰিলে। সেই প্ৰচেষ্টাৰ সুফল অসমীয়া ভাষা আৰু সাহিত্যয়ো ভোগ কৰিবলৈ পালে, আৰু অসমীয়াৰ সাহিত্যিক চেতনা পুনৰ জাগ্ৰত হ'ল।

১৯৪৭ চনত ভাৰতৰ নতুন স্বাধীনতাৰ যুগ আৰম্ভ হৈছে। বিদেশীৰ প্ৰভুত্ব আঁতৰি যোৱাত ভাৰতীয়ই মুক্তকণ্ঠে মাত মাতিবলৈ ধৰিছে। ভাৰতৰ দেশজ সাহিত্যত যে ঐশ্বৰ্য সম্পদ যথেষ্ট পৰিমাণে আছে সেই কথালৈ মানুহৰ মন আকৃষ্ট হৈছে। ই ভাষাত কি সমৃদ্ধি আছে তাক জানিবলৈ অন্য ভাষাভাষী পণ্ডিতৰ মাজত কৌতূহল সৃষ্টি হৈছে। অসমীয়া সাহিত্যৰ বিষয়ে তেওঁলোকে আগেয়ে অলপ ইংগিতহে পাইছিলে, তেওঁলোকে মাত্ৰ জানিছিল যে অসমৰ গদ্য সাহিত্য অতি প্ৰাচীন আৰু অসমীয়া বুৰঞ্জীবোৰ ভাৰতীয় সাহিত্যৰ বিশিষ্ট সম্পত্তি। এতিয়া অসমীয়া সাহিত্যৰ বিষয়ে ভালকৈ জানিবলৈ পণ্ডিতসকলৰ বৰ ধাউতি হোৱা দেখা গৈছে। যিসকলে মহাপুৰুষ শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰবৰ্তিত ধৰ্ম আৰু সাহিত্যৰ বিষয়ে অলপ-অচৰপ জানিব পাৰিছে তেওঁলোকে আচৰিত হৈ কৈছে— "অসমত এনে এজন বহুমুখী প্ৰতিভাসম্পন্ন সন্তপুৰুষ আৰু সমাজসংস্কাৰক জন্মিছিল, তেওঁৰ বিষয়ে ভাৰতীয়ই একো নাজানে, এইটো বৰ দুখৰ কথা।" এইদৰে অসম বুৰঞ্জী চকুত লগা ঘটনাৰ অলপ মাত্ৰ আভাস পাই ভাৰতীয় পণ্ডিতসকলে অনুৰূপ মন্তব্য ব্যক্ত কৰিছে, "অমুকৰ বিষয়ে বা অমুক ঘটনাৰ বিষয়ে আমাক আৰু কওক।" তেওঁলোকে শুনিছে, অসমৰ ঘৰে-ঘৰে বোৱনী-শিপিনী, অসমীয়া তিৰুতাৰ কৰ্মকুশলতা, আৰু অস্পৃশ্যতা মহাব্যাধিৰ মাৰাত্মক আক্ৰমণৰপৰা অসমৰ নিষ্কৃতি। অসমৰ বিষয়ে সকলো কথা জানিবলৈ ভাৰতীয়সকল আজি গ্ৰহণোন্মুখ হৈ আছে। এয়ে হৈছে অসমীয়াৰ পক্ষে সোণালী সুযোগ। বৈষ্ণৱধৰ্মৰ বিস্তৃতিৰ যুগত যেনেকৈ উঁভেনদী গ্ৰন্থ ওলোৱাত মানুহৰ মাজত উচ্চ আদৰ্শ প্ৰচাৰিত

হৈছিল, এতিয়াও অসমীয়া কৃষ্টি-সভ্যতা জাতীয় আৰু সামাজিক জীৱনৰ বিষয়ে অবিৰত গ্ৰন্থ প্ৰকাশিত হ'লে অসমীয়াৰ কপালত ঘটা চিৰ অৱজ্ঞাৰ ঠাইত অপূৰ্ব সম্ভ্ৰম আৰু মৰ্যাদাই দেখা দিব, ই ধ্ৰুৱপ।

সুখৰ কথা যে ভাৰতীয় সাহিত্যৰ কাৰণে স্বাধীন চৰকাৰেও যথেষ্ট মনোযোগ দিবলৈ ধৰিছে। দুখীয়া সাহিত্যিকক বৃত্তি আদি দি সহায় কৰাৰ ব্যৱস্থা ভাৰত গৱৰ্নমেণ্টে হাতত লৈছে, সেই বৃত্তিৰ কাৰণে অসমৰপৰা ৫৪ জন প্ৰাৰ্থীয়ে আবেদন কৰিছে। তদুপৰি, বিহাৰ আৰু উত্তৰপ্ৰদেশৰ গৱৰ্নমেণ্টে সাহিত্যিকক সহায় কৰিবলৈ আগ বাঢ়িছে। পশ্চিমবংগৰ গৱৰ্নমেণ্টে বছৰত ওলোৱা সৰ্বোৎকৃষ্ট গ্ৰন্থৰ লেখকক পুৰস্কাৰ দিয়াৰ দিহা কৰিছে। প্ৰগতিশীল অসম চৰকাৰেও তদনুৰূপ ব্যৱস্থা অচিৰে হাতত ল'ব বুলি সাহিত্য সভাই আশা কৰিছে।

সাহিত্যৰ উন্নতি সাধন দেশীয় প্ৰশাসনৰ এটি প্ৰথম খাপৰ আৱশ্যকীয় কৰ্তব্য, কাৰণ সাহিত্যৰ জৰিয়তে মানুহৰ মন উন্নত কৰিব নোৱাৰিলে নাগৰিকৰ আশা-আকাংক্ষাও হয় তলখাপৰ আৰু শাসনকাৰ্যৰ গতিবিধিও হয় তেনেকুৱা। গণতন্ত্ৰৰ যুগত প্ৰজাৰ মংগল নিৰ্ভৰ কৰিছে নাগৰিকৰ অভিমতৰ ওপৰত, নাগৰিকসকল নৈতিক আদৰ্শত উন্নত নহ'লে গণতন্ত্ৰ ভেকো-ভাৱনাত পৰিণত হোৱা স্বাভাবিক। নাগৰিকে ভোটৰ সহায়েৰে সংসদৰ সদস্য নিৰ্বাচিত কৰে, সদস্যসকলে মন্ত্ৰীসকলক ভৰ দি তেওঁলোকৰদ্বাৰাই যাৱতীয় শাসনকাৰ্য চলায়। নাগৰিকসকলে গহীনভাৱে সকলো কথা ভাবি-চিন্তি যদি উপযুক্ত মানুহক সদস্য বাছি পঠিয়ায় তেনেহ'লে দেশৰ শাসনভাৰ উপযুক্ত মন্ত্ৰীৰ হাতত পৰিব। স্বায়ত্ত শাসনৰ প্ৰথম খাপ হৈছে ভোট দান। এই প্ৰথম খাপতে যদি কেৰোণ লাগে তেনেহ'লে দেশৰ শাসনকাৰ্য চলাবৰ কাৰণে উপযুক্ত শাসকৰ অভাৱ ঘটিব, আৰু নৈতিক বলত বলীয়ান নহ'লে অন্যায় মতে দেশ-শাসনৰ কথা চকুত পৰিলেও সদস্যসকলে মাত মাতিবলৈ সাহস নকৰিব। প্ৰজাৰ মংগলেই হৈছে শাসনৰ একমাত্ৰ উদ্দেশ্য— এই আদৰ্শত স্থিৰচিত্ত হৈ থাকিবলৈ হ'লে মনত নৈতিক বলৰ প্ৰয়োজন। এই নৈতিক বলৰ প্ৰেৰণা দিব পাৰে অকল সাহিত্যই। নহ'লে, দেশত সংসদ সদস্যৰে উভৈনদী হ'লেও ৰাইজৰ মংগল সাধন নোহোৱাকৈ থাকিব পাৰে। সেইদেখি গণতন্ত্ৰৰ যুগত সজ সাহিত্যৰ প্ৰচাৰ নিতান্ত আৱশ্যকীয়, যাতে সাধাৰণ নাগৰিক ভোটাৰৰপৰা আৰম্ভ কৰি সৰ্বোচ্চ শাসকলৈকে সকলোৱে নৈতিক আদৰ্শৰদ্বাৰা প্ৰণোদিত হৈ দেশ শাসনৰ কাম পৰিচালনা কৰিব পাৰে। এই নৈতিক আদৰ্শৰ অভাৱ ঘটিলে, আমি হয়তো তৰ্কযুদ্ধৰ জয় পৰাজয়ৰ লীলা সদায় চকুৰে দেখা পাই থাকিম, কিন্তু ৰাইজৰ অৱস্থা সেই কৌটিকলীয়া আন্ধাৰতে পৰি থাকিব। স্তৰে-স্তৰে শাসকসকলৰ প্ৰকৃত কৰ্তব্য নিৰূপণ কৰাটো গণতান্ত্ৰিক যুগৰ সাহিত্যৰ এটি প্ৰধান উদ্দেশ্য হোৱাটো বাঞ্ছনীয়। আদৰ্শত অৰাজকতা-আন্ধাৰ হ'লে জাতি লক্ষ্যভ্ৰষ্ট হোৱাৰ আশংকা। মহাজ্ঞানী ছক্ৰেটিছৰ শিষ্য প্লেটোৰ ৰিপাব্লিকৰ চানেকিৰে কোনোবাই এখন ভাল গ্ৰন্থ লিখিলে সেই পুথি গণতন্ত্ৰৰ বেদ বুলি পৰিগণিত হ'ব।

সাহিত্যই হৈছে দেশত ঐক্য সাধনৰ প্ৰধান উপায়। প্ৰত্যেক জাতিৰে অতীজ সম্ভাৰ আছে, এই অতীজ সম্ভাৰ হৈছে জাতিৰ এজমালি সম্পত্তি। এই এজমালি সম্পত্তিৰ ভাগ বিতৰণ

যিমানেই ব্যাপক হয় তিমানেই জাতিৰ ভিন-ভিন মানুহৰ মাজত একে মনোভাব সৃষ্টি হয়। অসমৰ গৃহস্থালি আৰু খেতি-বাতিত অতীজৰেপৰা ডাকৰ বচন মানুহে শিৰোধাৰ্য কৰি আহিছে। সকলো অসমীয়াই এই 'ডাকৰ বচন বেদৰ বাণী' অপৰিহাৰ্যভাৱে মানি চলাত তেওঁলোকৰ জীৱনযাত্ৰাৰ পদ্ধতি একে আদৰ্শতে চলি আহিছে। সেইদৰে মহাপুৰুষ শঙ্কৰদেৱ আৰু তেওঁৰ পূৰ্ববৰ্তী আৰু পৰৱৰ্তী আধ্যাত্মিক কবিসকলৰ বাণী সকলো অসমীয়াই অধ্যয়ন আৰু আলোচনা কৰাৰ ফলত তেওঁলোকৰ অন্তৰ একেডাল ডোলেৰে গোঁঠা হৈ পৰিছে। আৰু সেইদৰে লাচিত ফুকনৰ বীৰত্ব, জয়মতীৰ স্বাৰ্থত্যাগ মানৰ আক্ৰমণত দেশজুৰি কান্দোন-হাহাকাৰৰ ঢৌ, এইবোৰ কথা সকলো অসমীয়াই সমস্বৰে সোঁৱৰাত তেওঁলোকৰ মাজত উমৈহতীয়া সুখ-দুখৰ অস্তিত্বৰ ভাব উপজিবলৈ ধৰে। বান-বাৰিষাৰ প্ৰকোপত ব্ৰহ্মপুত্ৰত ঢল আহিলে আমি সকলো অসমীয়াই একে নিৰ্যাতন ভোগ কৰোঁ, ডাঙৰ ভূমিকম্প হ'লে সকলো অসমীয়াৰে অৱস্থা পানীত হাঁহ নচৰা হয়, জাতিৰ ঐক্য সাধনত এই দুৰ্যোগবিলাকো বিশেষ কাৰ্যকৰী হৈ পৰে। ভাৰতৰ সমাজপ্ৰণালীত ভেদভাবৰ আধিক্যৰ কথা সকলোৱে উপলব্ধি কৰিছে, ৰাজনৈতিক ক্ষেত্ৰতো তাৰ ছাঁ নপৰাকৈ থকা নাই, তাৰ ফলত বেদপ্ৰধান ভাৰত ভেদপ্ৰধান ভাৰত হৈ পৰাৰ আশংকা জন্মিছে। ভেদভাব নিৰাকৰণ কৰাৰ একমাত্ৰ উপায় হৈছে— সাহিত্যৰ জৰিয়তে মানুহৰ মনত এক চেতনা আৰু এক মনোবৃত্তিৰ প্ৰৱৰ্তন কৰাটো।

মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতা আন্দোলনৰ দিন ধৰি অসমীয়াৰ জ্ঞানৰ পৰিসৰ ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিছে। অসমীয়া নেতাসকলৰ লগত অন্য প্ৰদেশৰ নেতাসকলৰ দেখা-সাক্ষাৎ আৰু ভাব বিনিময়ৰ সুবিধা ঘটিছে। ভাৰতৰ বিভিন্ন ঠাইত নানান সভা-সমিতিত যোগ দি অসমীয়াই নানান মানুহৰ লগত সংসৰ্গ কৰিবলৈ বাধ্য হৈছে। ইয়াৰ ফলত ভাৰতৰ অন্য প্ৰদেশৰ মানুহে অসমীয়াক চিনি পাইছে। তাৰ উপৰি, যোৱা দুই মহাসমৰৰ ঘটনাৱলী অনুসৰণ কৰোঁতে অসমীয়াই দেশ-বিদেশৰ কথা জানিব পাৰিছে। অসমীয়া ছাত্ৰই শিক্ষাৰ কাৰণে ভাৰতৰ নানান ঠাইলৈ যাবলৈ ধৰিছে, আৰু ভালেমানে ইউৰোপ আৰু আমেৰিকালৈকো গৈছে। ভাৰতে এটা বিশিষ্ট বৈদেশিক নীতি গঢ়ি তুলিব লগা হোৱাত ভাৰতীয়ই দেশ-বিদেশৰ কথা জানিবলৈ আৰু আলোচনা কৰিবলৈ বাধ্য হৈছে।

এইটো স্বীকাৰ কৰব লাগিব যে অসমীয়া সাংবাদিক আৰু গ্ৰন্থকাৰসকলে দেশবাসীৰ ক্ৰমান্বয়ে বাঢ়ি অহা প্ৰবল জ্ঞানস্পৃহা চৰিতাৰ্থ কৰিবলৈ নিজৰ সীমাবদ্ধ সুবিধাৰ মাজতো যৎপৰোনাস্তি চেষ্টা কৰিছে। তাৰ লগে-লগে বহু ছপাখানা আৰু বহু প্ৰকাশ ভৱন স্থাপিত হৈছে। নানা ঠাইত পুথিভঁৰাল পতাৰ আয়োজন হোৱাত সেই জ্ঞানস্পৃহা সন্তুষ্ট কৰাৰ বাট আৰু সুগম হৈ পৰিছে। আগৰ দিনত ভাল অসমীয়া গদ্য লিখাত অতি অল্পসংখ্যক মানুহৰহে কৃতিত্ব আছিল। কিন্তু বৰ্তমানে ভাল গদ্য ৰচনা কৰা সাংবাদিক আৰু গ্ৰন্থকাৰ প্ৰচুৰ পৰিমাণে ওলাইছে। অসমীয়া মানুহৰ আশা-আকাংক্ষাৰ ছবি ফুটাই তোলাত কেইজনমানে উপন্যাস আৰু চুটি গল্প লিখাত প্ৰবৃত্ত হৈছে। প্ৰগতিশীল চিন্তাধাৰা ব্যক্ত কৰাত পূৰ্বীয় কবিতাৰ সাজ অক্ষম বুলি ভাবি কোনো কবিয়ে নতুন ছন্দেৰে কবিতা লিখাত লাগিছে; ভাব আৰু ভাষাত যদি মৌলিকতা, ৰস আৰু হৃদয়গ্ৰাহী স্পন্দন

থাকে তেনেহ'লে এই নতুন সাজৰ কবিতা পঢ়ি অভ্যাসৰ ফলত পাঠকসকলে তাতো আনন্দ আৰু সোৱাদ পাবলৈ ধৰিব। সাজৰ কোনো ধৰাবন্ধা নিয়ম নাই, কবিয়ে ৰস সৃষ্টি কৰি সেই ৰসৰ মাদকতা পাঠকৰ চিত্তত ৰোপণ কৰব পাৰিলেই কবিৰ উদ্দেশ্যই সিদ্ধি লাভ কৰিব। নতুন যুগৰ ডেকাদলৰ মনোবৃত্তিলৈ চালে এনে অনুমান হয় যেন তেওঁলোকৰ চিত্তক বিচিত্ৰ আদৰ্শবাদে আন্দোলিত কৰিছে, আৰু সত্য অন্বেষণৰ ফালে তেওঁলোকৰ মন উধাও হৈছে। এই সন্ধিক্ষণত সাহিত্যৰ চিৰপ্ৰভাৰ সহায় বিশেষ লাগতিয়াল হৈ পৰিছে।

কিন্তু অসমীয়া সাহিত্যৰ উন্নতিৰ বাটত প্ৰধান প্ৰতিবন্ধক হৈছে— অসমীয়া পাঠক-পাঠিকাৰ সংখ্যা তেনেই তাকৰ। কোনোবাই খৰচ কৰি সাধাৰণৰ মনোৰঞ্জক কিতাপ ছপালে সেই কিতাপ বিক্ৰী কৰি লেখকে ছপা খৰচখিনি উলিয়াব পাৰে, আৰু হয়তো লেখকে দুপইছা লাভো কৰিব পাৰে। কিন্তু গৱেষণাপূৰ্ণ উচ্চ ধৰণৰ কিতাপ বিক্ৰী কৰাটো অতি টান, তেনে ধৰণৰ কিতাপ উলিয়াবলৈ গ্ৰন্থকাৰ আৰু প্ৰকাশক দুয়ো সাতবাৰ ভাবিব লগাত পৰে। তাৰ ফলত অনেক মূল্যৱান অসমীয়া কিতাপ হাতে লিখা অৱস্থাত এনেয়ে পৰি আছে। অনেক কিতাপ সেই অৱস্থাতে লোপ পাইছে। যাতে এই মূল্যবান গ্ৰন্থবোৰ প্ৰকাশ কৰিব পাৰি তাৰ কাৰণে সাহিত্য সভাৰ এটা শকত ধনৰ পুঁজি থকাটো বাঞ্ছনীয়।

ভাৰতৰ সংবিধান মতে পোন্ধৰ বছৰৰ মূৰত হিন্দী ভাষা ভাৰতৰ চৰকাৰী ভাষা ৰূপে পৰিগণিত হ'ব লাগিব। তাৰ কাৰণে হিন্দী ভাষা শিকোৱাৰ ব্যৱস্থা সকলো ঠাইতে কৰা হৈছে আৰু তাৰ অৰ্থে চৰকাৰৰ ঘৰৰপৰাও অৰ্থ সাহায্য দিয়া হৈছে। হিন্দী ভাষাৰ প্ৰচাৰৰ ফলত ভাৰতৰ বিভিন্ন প্ৰাদেশিক ভাষাৰ প্ৰাধান্য টুটাৰ কোনো আশংকা নাই বুলি আমি ভাবোঁ। হিন্দী ভাষাৰ প্ৰচাৰ চলি থাকক, সি আইনসংগত কাম। তাৰ লগে-লগে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থেও আমি যথাসাধ্য চেষ্টা কৰি থাকোঁ। যদি কোনোবাই কয়, "হেৰা অসমীয়া, তুমি অসমীয়াত আৰু কিতাপ নিলিখিবা, হিন্দীতহে লিখিবা, কাৰণ তেনেহ'লে বহুত মানুহে তোমাৰ কিতাপ পঢ়িব।" বোধ কৰোঁ অসমীয়াৰ ভাষাক বিসৰ্জন দিবলৈ কোনেও তেনেকৈ নিমন্ত্ৰণ নকৰিব। অসমীয়াই সকলো এৰিব পাৰে, কিন্তু অসমীয়াই অসমীয়া মাত-কথা এৰিলে অসমীয়া হৈ থাকিব কিমান কাল?

সমজুৱাসকল, আৰু দুষাৰমান কথা কৈয়েই মই আপোনালোকৰপৰা মেলানি মাগিম। সাহিত্য সভাক টনকিয়াল কৰিব লাগে বুলি সকলোৱে বাঞ্ছা কৰিছে। এই কামৰ নিমিত্তে আমাৰ আৱশ্যক হৈছে নিস্বাৰ্থ কৰ্মীবৃন্দ। তেনে কৰ্মী ওলালে ধনৰ অনাটন নহ'ব, কাৰণ অগ্নিময় দেশপ্ৰেমৰ সংস্ৰৱত বজ্ৰকঠিন ধনাঢ্যৰ হৃদয়ো পমি-গলি লৱণুসদৃশ কোমল হৈ পৰে। মানুহৰ মনোভাৱ দুই তৰপৰ, নিজে খাই-বৈ সুখেৰে জীয়াই থকাকে প্ৰথম তৰপৰ মানুহে জীৱনৰ মুখ্য উদ্দেশ্য বুলি ভাবে। দ্বিতীয় তৰপে, নিজৰ জীৱন নিৰ্বাহৰ উপৰি পৰৰ উপকাৰ সাধনৰ কাৰণে অহোৰাত্ৰি চিন্তা কৰি থাকে। এই দ্বিতীয় তৰপৰ মানুহৰ পৰাই দেশৰ মংগল সাধিত হয়। খাই-বৈ থকাই জীৱনৰ একমাত্ৰ উদ্দেশ্য নহয়। এই কথা কবি-পণ্ডিত-দাৰ্শনিক-শাস্ত্ৰজ্ঞসকলে উৰ্দ্ধবাহু হৈ যুগযুগান্তৰে প্ৰচাৰ কৰি আহিছে। বিশেষত যি ভাৰতৰ প্ৰধান মন্ত্ৰ হৈছে পৰসেৱা, তাৰ এচুকত

থিয় হৈ এই বিষয়ে সৰহকৈ কোৱাটো অনাৱশ্যক। মুঠতে ক'ব পাৰি যে মনুষ্য জীৱন অতি দুৰ্লভ, ইয়াৰ ভিতৰতে পৰসেৱা নকৰিলে দেৱতাই দিয়া ফুল এপাহি যেন দলিয়াই পেলোৱা হয়।

প্ৰত্যেক অসমীয়াই উপলব্ধি কৰা উচিত যে সাহিত্য সভাৰ উন্নতি সাধন কৰি আমি অসমীয়া একতা ডোলত বান্ধ খাই থাকিম, আমাৰ কৃষ্টি আৰু সভ্যতাৰ সমৃদ্ধি দেশবাসী আৰু পৰদেশবাসী সকলোৱে জানিব পাৰিব, আৰু সাহিত্য সাধনাৰ সহায়েৰে আমাৰ মনোভাব উচ্চ কৰিব পাৰিম, সেই উচ্চ মনোভাবৰ সৌৰভ গোটেই জাতীয় জীৱনতে বিয়পি পৰিব। যিসকলে স্বাৰ্থসিদ্ধিৰ অভিসন্ধিকে জীৱনৰ একমাত্ৰ কৰ্মপন্থা বুলি ভাবে তেওঁলোকক সমাজে চিনি পাবলৈ সৰহ পৰ নালাগে। এই সুপবিত্ৰ সাহিত্য সভা অনুষ্ঠানত তেনে স্বাৰ্থান্বেষী মানুহৰ যেন হাট-বাট নহয়। তাৰ হন্তে সকলো সতৰ্ক সজাগ হৈ থকাটো উচিত। সাহিত্য সভাৰ নিয়ম-প্ৰণালী আঁচনি পৰিকল্পনা সকলো বিশুদ্ধভাৱে ৰচিত হ'ব পাৰে, কিন্তু নিঃস্বাৰ্থ পুৰুষে ইয়াৰ দৈনন্দিন কাৰ্য পৰিচালনা নকৰিলে সেই ৰচনাৰ পাৰিপাট্য তুলাপাততে জাহ যাব। সেই দেখি আপোনালোকক অনুৰোধ কৰোঁ যেন চহৰত ফুৰা চুৰিয়া কাপোৰ সলাই নিকা বস্ত্ৰ পৰিধান কৰি এই সাহিত্য সভাৰ কীৰ্তনঘৰত প্ৰবেশ কৰে।

সাহিত্য সভাই কি-কি কাম হাতত লোৱাটো উচিত তাৰ দীঘলীয়া তালিকা যুগুত কৰা অতি সহজ। কিন্তু কাম হাতত লৈ তাক সম্পাদন কৰিব নোৱাৰিলে সাহিত্য সভা হাঁহিয়াতৰ পাত্ৰ হোৱাতো স্বাভাৱিক। প্ৰাচীন অসমীয়া সাহিত্যৰ বৈজ্ঞানিক আলোচনা সম্বন্ধে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলে কাম হাতত লৈছে, আৰু কিছু কাম সম্পন্নও কৰিছে, আৰু গাইগুটীয়া হিচাপে অন্যান্য পণ্ডিতেও এই কামত আগবাঢ়িছে। নলবাৰী নিবাসী শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱাদেৱে ৰামায়ণ, মহাভাৰত, ভাগৱত আৰু অন্যান্য বৈষ্ণৱ সাহিত্য প্ৰকাশৰ বিৰাট চেষ্টাত লিপ্ত হৈ অসমীয়া জাতিক চিৰঋণী কৰিছে। এনে স্তৰত অসম সাহিত্য সভাৰ ওপৰত পৰা ভাৰ বহু পৰিমাণে সুচল আৰু লঘু হৈ আছে।

তথাপিও আমি কওঁ যে সাহিত্য সভাই সদ্যহতে তলত লিখা কামখিনি হাতত ল'ব পাৰে।

অসমীয়া ভাষাত প্ৰকাশিত সকলো আলোচনী আৰু বাতৰিকাকত গোটাই কোনো ঠাইত একেলগ কৰি থোৱাৰ ব্যৱস্থা কৰিব লাগে, কাৰণ বৰ্তমান যুগত অসমীয়াৰ সাহিত্যিক প্ৰতিভা ঘাইকৈ সাময়িক কাকততে লুকাই-সোমাই আছে।

অসমীয়া ভাষাত প্ৰকাশিত প্ৰাচীন আৰু আধুনিক গ্ৰন্থৰ এখন সম্পূৰ্ণ তালিকা সাহিত্য সভাই যুগুত কৰি উলিওৱা উচিত। তেনে এটি চেষ্টা আগেয়ে কৰা হৈছিল বুলি আমি জানো।

প্ৰাচীন গ্ৰন্থকাৰসকলৰ প্ৰায় প্ৰতিজনে স্বৰচিত গ্ৰন্থৰ আদিতে, মাজতে বা শেহৰ ফালে, নিজৰ পৰিচয় দি গৈছে। সেইবোৰ ভণিতা একেলগে গোটাব পাৰিলে তাৰপৰা অসমীয়া সাহিত্যৰ ধাৰা বিশ্বাসযোগ্যভাৱে নিৰূপণ কৰাৰ বিশেষ সম্বল হ'ব।

জীৱিত গ্ৰন্থকাৰসকলৰ, আৰু পাৰিলে অতীতৰ গ্ৰন্থকাৰসকলৰো চমু বৃত্তান্ত থকা এখনি গ্ৰন্থ বা 'হু-ইজ-হু' সংকলন আৰু প্ৰকাশৰ ভাৰ সাহিত্য সভাই ল'ব পাৰে।

ইয়াৰ বাহিৰেও, ফকৰাসংগ্ৰহ, পুৰণি গীত-মাতসংগ্ৰহ, জিকিৰসংগ্ৰহ, সাধুকথাসংগ্ৰহ,

পুথিসংগ্ৰহ, চন্দ্ৰকান্ত অভিধানৰ সংশোধনী আৰু পৰিবৰ্ধনী সংকলন আৰু প্ৰকাশ —এইবোৰ আৰু এনে ধৰণৰ অন্যান্য কাম সাহিত্য সভাৰ চলন্তি কামৰ ভিতৰতে ধৰিব পাৰি। পৰিকল্পনাৰ সংখ্যা ধন আৰু কৰ্মী, আৰু সম্পাদনৰ সম্ভাৱনাৰদ্বাৰা সীমাবদ্ধ হোৱা উচিত। পোনতে কিছু কাম হাতত লৈ সম্পূৰ্ণ কৰি পাছলৈ আন কাম হাতত ল'ব পৰা যাব, তেনেহ'লে আমাৰ অভিজ্ঞতাও বাঢ়িব আৰু ৰাইজৰো বিশ্বাস অৰ্জন কৰিব পাৰিম। পৰিকল্পনাৰ প্ৰাচুৰ্যত কোনো গৌৰব নাই; গৌৰৱ আছে তাকৰীয়াকৈ হ'লেও তাক নিখুঁতভাৱে সম্পাদন কৰি তোলাতহে। এশজোপা বৰগছৰ পুলি ৰুই তাক অযত্নত মৰিবলৈ দিয়াতকৈ এজোপা বকুলৰ পুলি প্ৰতিপাল কৰি তাক জীয়াই ৰাখি ফলে-ফুলে জাতিষ্কাৰ কৰি তোলাটোহে বেছি কৃতিত্বৰ কথা।

সাৰশেহত, এটা প্ৰশ্নৰ সমিধান বিচাৰি মই আপোনালোকৰপৰা বিদায় ল'ম। সাহিত্যসেৱী অসমীয়া আৰু অসমীয়াৰ বন্ধু-সজ্জনেৰে আজিৰ সুধীসমাজ পৰিপূৰ্ণ হৈছে। এনে সমাজৰ সম্মুখীন হৈ কথা ক'বলৈ পোৱাটো সৌভাগ্য বুলি ভাবিব পাৰি। সেইদেখি মই আপোনালোক সকলোকে এই প্ৰশ্নৰ সমিধান দিবলৈ অনুৰোধ কৰোঁ— অসমীয়া সাহিত্যৰ চূড়ান্ত উদ্দেশ্য কি? কি উদ্দেশ্য সাধনৰ নিমিত্তে অসমীয়া জাতিয়ে এই ভূ-ভাৰতত জন্ম গ্ৰহণ কৰিছে? অসমীয়া জাতিয়ে অন্যান্য জাতিৰ দৰে খাই-বৈ জীয়াই আছে অতীতৰেপৰা, তেওঁলোকৰ ভাগ্যচক্ৰও উঠা-নমা কৰিছে যুগে-যুগে, তথাপি অসমীয়া জাতিয়ে স্বতন্ত্ৰ ৰূপ ধৰি বৰ্তি আহিছে আজিলৈকে। জগতৰ কি উপকাৰৰ নিমিত্তে অসমীয়া জাতিক ইমানখিনি পোহৰ, ইমানখিনি বতাহ, ইমানখিনি পানী, ইমানখিনি মাটি ভোগ কৰাৰ সুবিধা দিছে পৰমনিয়ন্তা সৃজনকৰ্তাই? শদিয়াৰপৰা ধুবুৰীলৈকে লুইতৰ পানী বৈ গৈছে অবাৰিতভাৱে, কি উদ্দেশ্যৰ সোঁত অসমীয়াৰ প্ৰতি প্ৰাণে প্ৰৱাহিত হৈছে? তাৰ উত্তৰ বিচৰাৰ সময় আহিল। বিশ্বৰ সভ্যতালৈ ভাৰতৰ অৱদান হৈছে সত্যৰ সন্ধান আৰু পাৰমাৰ্থিক চিন্তাৰ উৎকৰ্ষতা, মৈত্ৰী ভাব আৰু অহিংসা; গ্ৰীচৰ অৱদান হৈছে ন্যায়ৰ প্ৰভুত্ব, আৰু শিৱ আৰু সুন্দৰৰ অনুশীলন; ৰোমৰ অৱদান হৈছে সাম্ৰাজ্য সংগঠনৰ পদ্ধতি, আৰৱৰ অৱদান হৈছে সাম্যবাদ; ফ্ৰান্সৰ অৱদান হৈছে গণতন্ত্ৰ; ইংলণ্ডৰ অৱদান হৈছে উচ্চ আদৰ্শ আৰু পাৰ্থিৱতাৰ সামঞ্জস্য; আৰু আমেৰিকাৰ অৱদান হৈছে যান্ত্ৰিক উদ্যোগৰ সহায়েৰে দ্ৰব্য-সামগ্ৰীৰ উৎপন্ন বৃদ্ধি কৰি দেশৰ সৰ্বাংগীন উন্নতি সাধন। অসমীয়াই জগতৰ সভ্যতালৈ কি অৰিহণা আগবঢ়াব? অসমীয়াৰ জীৱন নিৰৰ্থক আৰু উদ্দেশ্যবিহীন নে?

অসমীয়াই নিজৰ অৱদানৰ কণ্ঠহাৰ ৰচিব লাগিব সকলো বিষয়ৰ উৎকৰ্ষতাৰ পাৰিজাতপুষ্পেৰে। আমাৰ উৎকৰ্ষতা কিহত?

আমি অসমীয়াই বিভিন্ন জাতিক বুকুত সুমুৱাই ল'ব পাৰিছোঁ, কাৰণ আমাৰ সমাজনীতি উদাৰ আৰু আমাৰ হৃদয় প্ৰশস্ত। প্ৰেম অমৃতৰ নদীয়ে অসমীয়াৰ অন্তৰ প্লাৱিত কৰিছে। অসমীয়াই ঘোষণা কৰিছে যে ভক্তিমন্ত পুৰুষহে প্ৰকৃত গুণৱন্ত, জন্ম আৰু ঐহিক ঐশ্বৰ্যৰ তাৰতম্য হৈছে আকস্মিক আৰু খন্তেকীয়া।

অসমীয়াৰ পাণ্ডিত্যই দেশ-বিদেশৰ পণ্ডিতক মুগ্ধ কৰিছে, আৰু অসমীয়াৰ জ্ঞানস্পৃহা দেখি বিদেশীসকলো বিস্ময়ান্বিত হৈছে।

কর্মক্ষেত্ৰতো অসমীয়া আগৰণুৱা। অসমীয়া গৃহস্থালি আৰু অসমীয়া গাঁও-ভূঁইৰ দৰে চকু ৰোৱা দৃশ্য, মুনিহ-তিৰোতাৰ বহুমুখী কাৰ্যকুশলতা, আৰু অসমীয়াৰ দৰে মাৰ্জিত গাঁৱলীয়া সমাজ পৃথিৱীত ক'তো পাবলৈ নাই। সামাজিক আৰু ৰজাঘৰীয়া খেল-সংগঠনে অসমীয়াক চিৰকাললৈ একতা ডোলেৰে বান্ধি থৈছে। অসমীয়াৰ সমৰশক্তি ভুৱনবিজয়ী বীৰসকলৰ আতংকৰ বস্তু আছিল, যুদ্ধৰ কাৰণে অসমীয়াই গুৱাহাটীৰ উত্তৰে-দক্ষিণে দেৱৰো-দুৰ্গম বিশ্বকৰ্মা নিৰ্মিত হেন গড় সাজিব পাৰিছিল।

ভক্তি, জ্ঞান আৰু কৰ্ম —এই তিনি মাৰ্গৰ এনে সুমধুৰ সংমিশ্ৰণ পৃথিৱীত বিৰল। এই সংমিশ্ৰণেই হৈছে জগতৰ সভ্যতালৈ অসমীয়াৰ অভিনৱ অৱদান।

এই সংমিশ্ৰণৰ বাণী অসমীয়াই দেশ-দেশান্তৰে প্ৰচাৰ কৰক, আৰু সাহিত্য সভাৰ উদ্দেশ্য আৰু কাৰ্যাৱলী এই বাণীৰ মন্ত্ৰদ্বাৰা প্ৰণোদিত হওক। এয়ে হৈছে আজিৰ শুভলগ্নত মোৰ অন্তৰৰ একান্ত কামনা।

নৱেম্বৰ, ১৯৫৩ চন

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

[illegible] YAR
[illegible] OAD,
[illegible], INDIA
26/8/58

# INDIAN HISTORY CONGRESS

TWENTY-SECOND SESSION
Gauhati, December 1959.

## *Address of the President, Local History Section*

**Brother Historians, Ladies and Gentlemen present,**

I thank you from the bottom of my heart for having asked me to preside over the Local History Section of the twenty-second session of the Indian History Congress held at Gauhati. In doing this honour to me you have honoured all workers in the field of historical investigation relating to the state of Assam. It is in the fitness of things that there should be a section in each session of the Indian History Congress devoted to the past history of the province where the session is held. This is more appropriate in the case of Assam which has unlimited possibilities of historical research, to which the attention of Indian historians should be drawn, because the facts of Assam history if properly disseminated will convince our countrymen in India and our fellow human beings in other parts of the world that the people of Assam are inheritors of great achievements in the political as well as in the cultural and spiritual fields. The knowledge of these achievements is [illegible]

## পৰিশিষ্ট ৪

Presidential Address by Dr. S.K. Bhuyan
at the Local History Section of
Twenty-Second Session of
INDIAN HISTORY CONGRESS
held at Gauhati in December 1959

# Address of the President

**Local History Section**
**Indian History Congress**
Twenty-Second Session, Gauhati, December, 1959

Brother Historians, Ladies and Gentlemen present,

I thank you from the bottom of my heart for having asked me to preside over the Local History Section of the twenty-second session of the Indian History Congress held at Gauhati. In doing this honour to me you have honored all workers in the field of historical investigation relating to the state of Assam. It is in the fitness of things that there should be a section in each session of the Indian History Congress devoted to the past history of the province where the session is held. This is more appropriate in the case of Assam which has unlimited possibilities of historical research, to which the attention of Indian historians should be drawn, because the facts of Assam history if properly disseminated will convince our countrymen in India and our fellow human beings in other parts of the world that the people of Assam are inheritors of great achievements in the political as well as in the cultural and spiritual fields. The knowledge of these achievements is practically confined to the four corners of the state. It is a good sign that our countrymen in India are gradually taking interest in the heritage and glory of Assam. The fixation of the venue of the twenty second session of the Indian History Congress in Assam is a visible symbol of this growing interest

I welcome you all, brother historians, to Gauhati and Assam, where you will see nature in all her luxuriance and grandeur, and also monuments of its past greatness. This is not the first occasion that scholars and savants have set their feet on the sacred soil of Assam. So early as the seventh century A.D., the Chinese pilgrim Hieun Tsiang found that 'the king is found of learning and the people are so likewise in imitation of him, Men of high talent from distant regions, seeking after office, visit his dominions'. In an inscription of King Ratnapala of the eleventh century, the capital of Kamarupa is described as being 'adorned by learned men, religious preceptors and poets who have made it their place of resort, just as the sky is adorned by Mercury, Jupiter and Venus.' Coming to later times, we find the great ruler of Cooch Behar, King Naranarayan, inviting to his court all the Pundits of Bengal and Kamarupa, and commissioning them to translate Sanskrit Classics into Assamese, 'so that the books will be read by women and Sudras in the present age, and by Brahmans in later times; it is only by this means that the scriptures can be prevented from loss in this Kali-yuga'. King Rudra Singha of Assam invited to his court the Brahmans and Pundits of Bengal, and sent them back with rich presents, and those who could not come had presents sent to them in Bengal. The king's courtesy to scholars can be judged from the manner in which he rescued a visiting Pundit from embarrassement. A Pundit from Tripura, Rameswar Nyayalankar, came to Assam in charge of a diplomatic mission; Jaigopal, the Pundit of King Rudra Singha's court, took advantage of his presence amidst them, and entered into a dialectical contest with him. The discussion having assumed some degree of animation, the king intervened and said, 'Rameshwar Nyayalankar Bhattacharyya has come her in the role of an ambassador; the contest would have been proper if he had come here as a Pundit.'

We in Assam have always honoured learned men for we know that by honoring honorable men we honour ourselves. Brother historians, you have come to this land of glorious traditions; and we feel proud of your presence here in our midst. We thank the authorities for having invited the History Congress to Assam.

which has given an opportunity for the congregation of such a galaxy of talents from all parts of India and even from outside India.

Assam was, and is still to some extent, and unknown country, and desire for information about the kingdom was in evidence even during the days of the East India Company. Lord Cornwallis while sending and expedition to Assam which was then independent, asked the leader of the expedition Captain Thomas Welsh to collect all possible information about the kingdom. This information is embodied in Captain Welsh's despatches, and in the sustained compilations about Assam's history and geography by Dr. John Peter Wade, the Surgeon attached to the expedition. Dr. Buchanan Hamilton wrote a very valuable account of Assam in 1807-14 with the help of the information collected by him from the Assamese refugees whom he met in Goalpara and Rungpore.

Assam passed into the hands of the East India Company in 1826 by the Treaty of Yandabo. There is a large mass of historical materials in the despatches of Assam's first Commissioner David Scott; besides, he compiled a short history of Assam based on the Buranjis, and his report on slavery in Assam is a piece of genuine historical contribution. In 1831-32, Captain Francis Jenkins and Captain Richard Boileau Pemberton toured in Assam, Khasi Hills and Manipur, and collected information about the resources and products of these territories. A microfilm copy of their report has recently been obtained by Gauhati University through the courtesy of the authorities of the India Office Library. Jenkins visited Upper Assam in 1838 in his capacity as Commissioner, and he met the ruling tributary Raja Purandar Singha and the faineant members of the Ahom royal family; he also made a thorough survey of the economic condition of the villagers. The diary of this tour, a transcript of which is in the Department of Historical and Antiquarian Studies, will be useful to all who are interested in the study of the condition of the province immediately after its occupation by the British. At the instance of Jenkins, and account of Aassam was compiled in 1841 by William Robinson. A number of writers contributed articles on different aspects of Assam in the Journal of the Asiatic Society of Bengal,

and other oriental magazines.

But the first organised effort to institute and enquiry into the ancient history of Assam was made in the year 1894. The measure was first taken up during the Chief Commissionership of Sir William Ward, and pushed forward by his successor Sir Charles James Lyall. The prime mover in this matter was Mr. (afterwards Sir) Edward Gait, I.C.S. The Department of Ethnography was established in 1894, with Mr. Gait as its first Honorary Director. He drew up a scheme for the collection of coins, inscriptions, historical documents, quasi-historical writings, religious works and traditions; and District Officers and Heads of Departments were requested to furnish all possible assistance. As a result of the operations undertaken in pursuance of this plan, the Government of Assam collected during the following years a large quantity of materials for historical investigation. The results of this measure are embodied in Mr. Gait's **Report on the Progress of Historical Research in Assam**, published in 1897. He worked at the collected materials, and compiled his monumental single-volume **History of Assam** which was first published in 1906. Mr. Gait left Assam in 1898. The impetus he gave to historical research in Assam will be enshrined for ever in the memory of the people. It may be added, that as Lieutenant-Governor of Bihar and Orissa he was chiefly instrumental in establishing a research society in that province.

The Ethnography Department began to busy itself with the compilation and publication of monographs on the tribes of Assam, and the volumes published hitherto have proved useful both for the purpose of administration and anthropological studies. The following tribes are represented in the series : The Mikirs, by E. Stack and Sir Charles James Lyall; Kacharis, by R.S. Endle; Khasis, by P.R.T. Gurdon; Garos, by A. Playfair; Naga Tribes of Manipur, and Meithis, by T.C. Hodson; Ao Naga Tribe of Assam, by W.C. Smith; Lhota Nagas, Ao Nagas and Rangma Nagas, by J.P. Mills; Angami, Angami Nagas, and Sema Nagas, by J.H. Hutton; Lushei-Kuki Clans, by J. Shakespeare; Lakhers, by N.E. Parry; and Thadou Kukis, by W. Shaw. Dr. Verrier Elwin is continuing the tradition by compiling several informative

volumes about the tribes of the North-East Frontier Agency. Col. Gurdon collected materials for compiling a volume on the Ahoms, and he proposed to work upon them after his retirement, but he could not do so on account of failing health. His note on the Ahoms, contributed to Hastings's **Encyclopedia of Religion and Ethics**, and a few stray articles in journals however give some basic information on the subject.

The part played by the American Baptist Mission which first came to Assam in 1836 was a very notable one. It collected a number of old historical manuscripts three of which, viz., **Kamrupar Buranji**, **Purani Assam Buranji**, and **Lakshmi Singhar Buranji** were published serially in the pages of the Mission's Assamese magázine **Arunoday**. The Mission also published a history of Assam, compiled by Radhanath Barbarua and Kasinath Tamuli Phukan at the instance of Maharaja Purandar Singha.

Very valuable articles on the history of Assam were published in the Journal of the Asiatic Society of Bengal. Henry Blochmann contributed a paper on Assam and Cooch Behar giving a summary of the relevant portions of the **Akbarnama**, **Padishahnama** and **Fathiyahi-Ibryiah**. A.F. Rudolf Hoernle gave scientific descriptions of the copperplate grants of several kings of Kamarupa. One going through the pages of the old issues of the J.A.S.B. will be struck by the variety and richness of the information about Assam embodied in the articles contributed to it.

The role of Bengali writers in unearthing the past history of Assam is significant. Rangalal Banerji made an attempt to identify certain tribes of the Puranas with those noticed in Dalton's **Ethnology of Bengal**. Ramkumar Vidyaratna published an account of Assam containing a historical and an economic survey; he also inserted a number of the texts of old inscriptions. Tarachand Chakravarti wrote a review of Haliram Dhekial Phukan's **History of Assam** in Bengali first published in 1829. Jogesh Chandra Datta compiled an account of the old relics of Kamarupa with reproductions of the texts of several copper-plate and rock inscriptions. M.N. Ghose published an account of the

religious beliefs of the Assamese people, and Nagendra Nath Basu of the social history of Kamrup. Khan Choudhury Amanat-ullah Khan compiled in Bengali a history of Cooch Behar which throws ample light on the relations of that state with Assam. Mahamahopadhyaya Padmanath Bhattacharyya first brought to light the copper-plate grant of Kumar Bhaskaravarman, king of Kamarupa, generally known as the Nidhanpur Copper-plate. He collected and published, with editorial elucidation, all the copper-plate inscriptions of ancient Kamarupa under the title **Kamrup Sasanavali** and it has become an indispensable source-material for all who attempt to reconstruct the ancient history of Assam.

The Assamese people are renowned for their devoted passion for knowledge of their country's past. They developed the practice of recording all important events that happened in the country. The records were mainly compiled under official auspices, and they are known as Buranjis. They are invaluable for reconstructing the past history, not only of Assam, but also of other parts of India. The Buranjis contain accounts of Assam's relations with Mogul India, and the neighbouring states. We have Buranjis dealing with the rulers of Delhi. A very valuable account of Tripura was compiled in 1724 A.D. by the two Assamese ambassadors who led the diplomatic missions to that state during the years 1710 to 1715.

It is therefore natural that the past history of Assam should be investigated into by assamese scholars. The results of their labours have been published to some extent in book-form, but unfortunately, most of them still lie buried in the pages of contemporary journals. An attempt has been made recently to compile a list of historical articles contributed by assamese scholars to magazines and periodicals. Of Assamese historical scholars who are no longer in the land of the living, mention may be made of : Haliram Dhekial Phukan, Radhanath Barbarua and Kasinath Tamuli Phukan, Maniram Datta Barbhandar Barua Dewan, Gunabhiram Barua, Harakanta Sarma Barua Sadar-amin, Visweswar Vaidyadhipa and Dutiram Hazarika, Indibar Barua and Upendra Nath Barua, Benudhar Rajkhowa, Ananda Chandra Agarwala, Rajani Kumar Padmapati, Ratneswar Mahanta,

Sonaram Choudhury, Hem Chandra Goswami, Lakshminath Bezbarua, Padmanath Gohian Barua, Hiteswar Barbarua, Sarat Chandra Goswami, Banikanta Kakati, Kanaklal Barua, Khetradhar Bargohain, Kaliram Medhi, Sarveswar Kataki, Bhramar Chandra Saikia, Rajanikanta Bardoloi, Golap Chandra Barua, and Harinarayan Datta Barua. A full narrative of their works will be a very valuable conribution to the study of the progress of historical investigation in Assam.

A considerable number of scholars have now interested themselves in historical investigation, and they have produced works which throw light on different aspects of Assam's history and culture. Mention may be made of the thesis on Assam subjects which have won for their writers the Doctorate degrees of Universities.

Dr. Nagendra Nath Acharyya, Ph.D. (Lond.), The subject of the thesis– The History of Medieval Assam, 1228-1603.

Dr. A. C. Banerji, Ph.D. (Cal.), The Eastern Frontier of British India.

Dr. Aswini Kumar Barkakati, Ph.D. (Lond.), Local Self Government in Assam.

Dr. Heramba Kanta Barpujari, Ph.D. (Lond.), British Administration in Assam, 1826-45.

Dr. Birinci Kumar Barua, Ph.D (Lond.), A Cultural History of Assam.

Dr. Sudhindra Nath Bhattacharya, Ph.D. (Cal.), A History of Mughal North-East Frontier Policy.

Dr. Suryya Kumar Bhuyan, Ph.D. (Lond,), Anglo-Assamese Relations, 1771-1826. D.Lit. (Lond).

Dr. Bhupendra Narayan Chaudhury, Ph.D. (Lond.), British Rule in Assam, 1845-58.

Dr. Pratap Chandra Chaudhury, Ph.D. (Lond.), The History and Civilisation of the People of Assam to the Twelfth Century A.D.

Dr. Hariprasanna Das, Ph.D. (Lond.), Forests in Assam : A Study in Economic Geography.

Dr. Bhuban Mohan Das, D.Phil. (Cal.), Somatic Cariability among some population of South Goalpara, Assam.

Dr. Prafulladatta Goswami, D.Phil. (Gau.), Folk-literature of

Assam : Ballads and Marchen,

Dr. Prabhas Chandra Goswami, Ph.D. (Lond.), Economic Development of Assam.

Dr. Banikanta Kakati, Ph.D. (Cal.), Assamese : Its Formation and Development.

Dr. Rebati Mohan Lahiri, D.Phil (Cal.), Annexation of Assam.

Dr. Maheswar Neog, D.Phil (Gau.), Sankaradeva and His Times.

Dr. Jagadish Narayan Sarkar, D.Phil. (Cal.), Life of Nawab Mir Jumla.

Dr. Satyendra Nath Sarma, D.Phil. (Gau.), Vaisnava Institutions of Assam.

Dr. Upendra Nath Goswami, D.Phil. (Gau.), The Kamrupi Dialect of the Assamese Language.

There are other scholars who are working wholeheartedly in the field of historical research, and mention may be made of Shri Benudhar Sharma, Shri Rajmohan Nath, Shri Sarvananda Gohain Rajkumar, Shri Keshab Narayan Datta, Shri Lila Gogoi, Shri Padmeswar Gogoi, Shri Bhuban Chandra Handique, and Shri Dimbeswar Neog.

There are several institutions now in Assam which are engaged in the promotion of historical studies. The Kamarupa Anusandhan Samiti, or the Assam Research Society, was established in 1912. Its collection of old historical relics, potteries and manuscripts formed the nucleus of the Assam State Museum. The Museum has since been replenished by fresh collections, and it has become a popular resort for scholars, students and the general public. The Kamarupa Anusandhan Samiti also publishes a journal which has been appreciated in learned circles in India. The Assam Sahitya Sabha with its headquarter at Jorhat has collected a large number of manuscripts and books on Assam, and has published several old Assamese classics. Its annual conferences are scenes of great enthusiasm and a historical section is also held in each annual session. The Sabha has recently published a collection of the presidential addresses in two volumes, and it contemplates to publish the presidential speeches

of the history section as well. The Assam Government Department of Historical and Antiquarian Studies, established in 1928, has collected a large number of manuscripts, transcripts and rare books on Assam, and has published several old chronicles, and also constructive historical compilations. The University of Gauhati has also taken all possible steps to promote historical studies about Assam, and a number of scholars are engaged in research under its auspices. A systematic attempt is being made for the collection of old manuscripts, and old ballads; folksongs and folktales. The Publication Bureau of the University is arranging to publish old classics and historical compilations. Historical societies and museums have also been started in several parts of Assam. There appears to be a great deal of enthusiasm at present for exploring into its past history both through institutional and individual efforts.

Facilities for research are available in the institutions named above. The records of the Government of Assam deposited at the secretariat Record Room at Shillong contain valuable documents about the British period of Assam history. The Central State Library situated at the same place contains the early volumes of the J.A.S.B. and other oriental Journals where valuable information can be obtained from the articles and notices published in them. For researches into the past history of Assam, scholars are induced to go to London where in the India Office Library they can consult the old records and all published books and reports on Assam. A number of scholars from Assam have worked for their doctoral thesis at the India Office Library, as students of the School of Oriental and African Studies, under the encouraging guidance of eminent historians like Professor C.H. Philips, Prof. D.G. E. Hall, Dr. A.L. Basham, Mr. K. De B. Codrington, Dr. K.A. Ballhatchet, and the late Professor H.H. Dodwell. They never failed to bel moved by the traditional courtesy which has so distinguished the staff of the Library and of the school. The time has now come to build up in Assam a central research centre where scholars can work with the help of all needed recordes and published works.

Lastly, brother historians, I invite you all to study the culture

and heritage of Assam. There was a complaint about the paucity of books on the subject, but the complaint is no longer tenable at present as there is a growing mass of printed materials. You will see that physically remote, Assam was not outside the cultural hegemony of Aryyavarta and Dakshinatya. Its inhabitants had been influenced by the great religious upheavals that swept over India. The Vaisnava movement in Assam conformed in basic principles to the upsurge in the rest of India, but on the social side it developed a form which established the equality of all human beings irrespective of their birth and origin. The mighty power of the Timurids found a set back here in Assam as in Rajputana and Maharashtra. Assam enjoyed its independence when most other states in India had been brought under foreign yoke. It will be realised that Assam's civilisation is not a growth of the unilateral type; it has evolved out of the twin threads of Aryan and non-Aryan culture; and the repprochement which has been effected in Assam will constitute an energising factor in India's civilisation.

Assam is now an integral part of India. Its situation on the easternmost frontier in immediate proximity to such independent foreign states as the Empire of China, the Country of Burma, the kingdom of Bhutan, and Eastern Pakistan, has endowed it with strategic importance to the whole of India. A thorough knowledge of Assam is therefore a matter of vital necessity to Indians in general and to the people of the province in particular.

I thank you again for giving me an opportunity to say a few words, and I am confident your visit to Assam will be followed by world wide dissemination of the great and good things of our little known province.

Dr. Suryya Kumar Bhuyan

